# বিয়াল্লিশৰ বিপ্লৱত নগাওঁ

মহেন্দ্ৰনাথ হাজৰিকা

অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১



প্ৰথম প্ৰকাশ
এপ্ৰিল, ১৯৭৭

মূল্য : চাৰি টকা

মুদ্ৰক
নয়া প্ৰকাশ ( প্ৰিণ্টিং ডিভিজন )
২০৬ বিধান সৰণী
কলিকতা-৭০০ ০০৬

# ভূমিকা

দেশৰ স্বাধীনতা আন্দোলনৰ বিশিষ্ট যোদ্ধা শ্ৰীমহেন্দ্ৰনাথ হাজৰিকাই ১৯৪৩ চনৰপৰা ১৯৪৫ চনৰ ভিতৰত নগাওঁ, গুৱাহাটী আৰু শ্ৰীহট্ট জেলত থাকোতে এই গ্ৰন্থখনি লেখি সম্পূৰ্ণ কৰে।

গ্ৰন্থখনিৰ নামটোৱে এটা বিশেষ সময়ত এখন বিশেষ ঠাইত ভাৰতৰ স্বাধীনতা আন্দোলনে কেনে ৰূপ পৰিগ্ৰহ কৰিছিল তাৰ উমান দিয়ে, আৰু ইয়াৰপৰাই সমগ্ৰ ভাৰতবৰ্ষ জুৰি হোৱা বিয়াল্লিশৰ বিপ্লৱৰ ব্যাপকতা আৰু প্ৰচণ্ডতাৰ ধাৰণা কৰি ল'ব পাৰি। ভাৰতবৰ্ষৰ এই অভূতপূৰ্ব জন-জাগৰণত অসমৰ এই জিলাখনৰ জনসাধাৰণে কেনে এক মহত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল তাক শ্ৰীহাজৰিকাই এই গ্ৰন্থখনিত বিশ্বাসযোগ্যভাৱে লিপিবদ্ধ কৰিছে।

ভাৰতৰ মুক্তি-সংগ্ৰামত লেখক নিজেই যিহেতু এজন বিশিষ্ট যোদ্ধাৰূপে অৱতীৰ্ণ হৈছিল, সেয়ে অভিজ্ঞতালব্ধ ৰচনা হিচাপেও এই গ্ৰন্থৰ এক নিজস্ব মূল্য থাকিব। আমাৰ বিশ্বাস, এনে গ্ৰন্থৰ পঠনে পঢ়ুৱৈসমাজক—বিশেষকৈ দেশ আৰু সমাজৰ উত্তৰসাধকসকলক—তেওঁলোকৰ পূৰ্বসুৰীসকলৰ কৰা স্বাৰ্থত্যাগ, কষ্ট-স্বীকাৰ আৰু স্বদেশ-প্ৰীতিত উপকৃত আৰু অনুপ্ৰাণিত কৰি দেশৰ সংকটপূৰ্ণ কালত তেওঁলোকৰ ভূমিকা নিৰ্ণয় কৰাত সহায় কৰিব।

গুৱাহাটী
২০ এপ্ৰিল, ১৯৭৭

চন্দ্ৰপ্ৰসাদ শইকীয়া

# নিবেদন

দেশৰ স্বাধীনতা সংগ্ৰামত নগাওঁ জিলাৰ জনসাধাৰণৰ অৱদান আৰু ত্যাগস্বীকাৰ, আৰু লগতে পৰাধীনতাৰ যাতনা আৰু স্বাধীনতাৰ সোৱাদৰ বিষয়ে আমাৰ ভৱিষ্যতৰ বংশধৰসকলক অৱগত কৰাই তেওঁলোকক দেশ সেৱাৰ ব্ৰতত ব্ৰতী হ'বলৈ প্ৰেৰণা দিয়াৰ উদ্দেশ্যে ১৯২১ চনৰ স্বাধীনতা সংগ্ৰামৰ সহকৰ্মী প্ৰিয়বৰ শ্ৰীচন্দ্ৰকান্ত বৰকাকতিৰ অনুৰোধত এই গ্ৰন্থখনি ১৯৪৩ চনতেই নগাওঁ জেইলতেই লেখিবলৈ আৰম্ভ কৰো। জেইলত লেখা-পঢ়া কৰিবলৈ কোনো কাগজ-পত্ৰ আদি পোৱা নাছিলো। জেইলৰ কৰ্মচাৰীক খাতিৰ কৰি জেইলৰ পুৰণি কামত নলগা কাগজ সংগ্ৰহ কৰি তাৰেই গ্ৰন্থখনি লেখা হয়।

ৰাজদ্ৰোহৰ ১২০(খ) ধাৰা আৰু সেই সময়ৰ ইংৰাজৰ ভাৰত প্ৰতিৰক্ষা আইনৰ ৩৮ ধাৰাকে আৰম্ভ কৰি বিভিন্ন মাৰাত্মক ৰাজদ্ৰোহৰ অপৰাধত অভিযুক্ত কৰি গুৱাহাটী জিলাৰ বিশেষ ছেছন জজ হিনলে চাহাবৰ আদালতত বিচাৰ থকাৰ কাৰণে ইংৰাজী ২০।২।৪৪ তাৰিখে মোক গুৱাহাটী জেইললৈ বদলি কৰে। এই জেইলতো কিছু লেখা হয়।

জুৰীৰ আদালতত মোকৰ্দমা শেষ হোৱাৰ পিছতেই লেখকক গুৱাহাটী কাৰাগাৰৰপৰা শ্ৰীহট্ট ( বৰ্তমান বাংলা দেশ ) জেইললৈ বদলি কৰে। শ্ৰীহট্ট জেইলতেই ১৯৪৫ চনৰ প্ৰথম ভাগতেই এই গ্ৰন্থখনি লেখাৰ কাম সমাপ্ত কৰা হয়।

১৯২১ চনৰপৰা ১৯৩০, ১৯৩২, ১৯৪০-৪১ আৰু ১৯৪২ চনৰ এই পাঁচটাৰ প্ৰতিটো স্বাধীনতাৰ সংগ্ৰামত একেৰাহে লাগি থাকিলেও এই গ্ৰন্থত সেইখিলাক সংগ্ৰামৰ বিষয়ে সামান্য উল্লেখৰ বাদে বিশেষ কথা ঠাই দিয়া হোৱা নাই। কেৱল বিয়াল্লিশৰ বিপ্লৱৰ বিষয়েহে গুৰুত্ব দিয়া হৈছে।

এই গ্ৰন্থত পানীথাইট আদিত ৰেল বগৰোৱা, বন্দুক সংগ্ৰহ, ৫ জনকৈ গুপ্তচৰক হত্যা কৰা, মৃত্যুবাহিনী কি কাৰণত গঠন কৰা হ'ল ইত্যাদি



ৰোমাঞ্চকৰ ঘটনাসমূহৰ বিশদ বিৱৰণ সেই সময়ত লেখা সমীচীন নহ'ব বুলি ভবা হৈছিল। এই জিলাৰেই যিসকল দেশপ্ৰেমিক-দেশপ্ৰেমিকাই এইবিলাক কাম কৰিছিল তেওঁলোকৰ দুই-চাৰিজনৰ বাদে প্ৰায় সকলোৱেই বৰ্তমান জীৱিত অৱস্থাত। গতিকে বহুতো কাৰণত তেওঁলোকৰ নাম প্ৰকাশ কৰা নহ'ল। পিছলৈ সুযোগ সুবিধা পালে সেইবিলাক ৰোমাঞ্চকৰ ঘটনাৰ কাহিনী প্ৰকাশ কৰাৰ আশা ৰাখিলোঁ।

নিজে যি দেখিছিলো, ঘটনাস্থলীলৈ গৈ সহকৰ্মীসকলৰপৰা সেই সময়ত যি শুনিছিলো আৰু তাক তদন্ত কৰি যিখিনি সঁচা বুলি পাইছো, সেইবিলাক বিশেষ ঘটনা স্মৃতিপটত অঙ্কিত হৈ আছিল ; গ্ৰন্থখনিত তাকেই ৰাইজৰ আগত দাঙি ধৰিবলৈ চেষ্টা কৰিছোঁ। স্মৃতিপটত থকা আৰু নথকাৰ ভিতৰত সাধাৰণ মাৰ-কিল, লুটপাত, ঘৰ-দুৱাৰ ভঙ্গা, পাইকাৰি জৰিমনা আদায় আদি নানান শাস্তি দিয়া আৰু খোৱা সকলোৰে নাম-ধাম, ক্ষতিৰ পৰিমাণ আদি উল্লেখ কৰিব নোৱাৰি যি অক্ষমতা প্ৰকাশ কৰিছোঁ, তাৰ কাৰণে সেই অত্যাচাৰিত উৎপীড়িত নীৰৱ ত্যাগী বীৰ-বীৰাঙ্গনা আৰু জনগণৰ ওচৰত গলে-বস্ত্ৰ লৈ নতজানু হৈ ক্ষমা মাগিছোঁ। লেখকে জিলাৰ দৈনন্দিন আন্দোলনৰ সময়ত অত্যাচাৰ, ক্ষতি, খুন-জখম আদিৰ যিবিলাক বিৱৰণ লিপিবদ্ধ কৰিছিলো, সেইবিলাক বিৱৰণৰ কাগজ-পত্ৰ যিসকলৰ ঘৰত তেতিয়া ৰখা হৈছিল, সেইবিলাক অঞ্চলত সঘনে পাইকাৰি হাৰে পুলিচে হানা দি থকাৰ ফলত অনেকে সেইবোৰ কাগজ-পত্ৰ পুৰি পেলাবলৈ বাধ্য হৈছিল আৰু কিছুমানে নিৰাপদে ৰাখিবলৈ গৈ বসুন্ধৰাৰ গৰ্ভত থৈ সেইফালেই লয় পোৱালে। কাজেই সকলো বিৱৰণ দিবলৈ অক্ষম হলো। এইবিলাক নানান দোষ-ত্ৰুটি হৈছে। আশাকৰো সদাশয় ৰাইজে এই অনিচ্ছাকৃত দোষৰ কাৰণে ক্ষমা কৰিব। অৱশেষত নগাৱঁৰ নজন আত্ম উৎসৰ্গী শহীদ আৰু শত শত বীৰ কৰ্মী আৰু হেজাৰ-বিজাৰ বীৰ নৰ-নাৰীৰ জ্বলন্ত আৰু জীৱন্ত ত্যাগ, নীৰৱ স্বদেশ সেৱাৰ প্ৰতি নতজানু হৈ নতমস্তকে শ্ৰদ্ধাৰ শৰাই আগবঢ়ালো।

এই গ্ৰন্থখনি বহুত দিনৰ পূৰ্বেই প্ৰকাশ কৰিবৰ কাৰণে শ্ৰীমান কল্লকান্ত হাজৰিকাৰ দ্বাৰা এটি পাণ্ডুলিপি প্ৰস্তুত কৰা হৈছিল। কিন্তু সেইখনি কোনে হৰণ কৰিলে, আজিলৈকে তাৰ কোনো শুংসূত্ৰ উলিয়াব নোৱাৰিলো। শেষত আজি কিছুদিনৰ পূৰ্বে বিয়াল্লিশৰ স্বাধীনতা যুঁজৰ নুমলীয়া বীৰ যুঁজাৰু, কাৰাগাৰ জীৱনতেই পোৱা যোৰহাটৰ মোৰ মৰমৰ ধৰ্মৰ ভাগিন

শ্ৰীমান শৈলেন্দ্ৰনাথ কোঁৱৰে এই গ্ৰন্থখনিৰ এটি পাণ্ডুলিপি প্ৰস্তুত কৰি দিয়াত পৰম কৃতাৰ্থ মানিলো আৰু তেওঁক অকৃত্ৰিম হিয়াভৰা স্নেহাশীৰ্বাদ যাচিলোঁ। লগতে মোৰ ভাতৃ শ্ৰীমান শশীকান্ত হাজৰিকাই এই গ্ৰন্থখনিৰ বৰ্ণাশুদ্ধি চাইমেলি বৰ্তমান পাণ্ডুলিপিটো প্ৰস্তুত কৰি দিয়াৰ কাৰণে শ্ৰীমানক অকৃত্ৰিম স্নেহাশীৰ্বাদ জনালো।

মহেন্দ্ৰনাথ হাজৰিকা

# সূচী

# বিয়াল্লিশৰ বিপ্লৱত নগাওঁ

### অতীতৰ নগাওঁ

নগাঞা মানুহে বুৰঞ্জীৰ ঘটনা সৃষ্টি কৰিব পাৰিছে, কিন্তু সেইবোৰ লেখি ৰখাত বা অনুসন্ধানত পাৰ্গতালি দেখুৱাব পৰা নাই। যদি নগাঞা শিক্ষিত সমাজে এই সম্বন্ধে ভালদৰে অনুসন্ধানত মনোনিবেশ কৰিলেহেঁতেন, তেন্তে নগাৱঁৰ ইতিহাসে অসমৰ অতীত সভ্যতা আৰু সংস্কৃতিৰ নতুন অধ্যায় মুকলি কৰিব পাৰিলেহেঁতেন। নগাওঁবাসীৰ এই বিষয়ে দীনতা দেখি দুখ লাগে। যোৱা শতিকাত নগাৱঁৰ কীৰ্তিমন্ত পুৰুষ গুণাভিৰাম বৰুৱাই এই বিষয়ে কিছু চেষ্টা কৰিছিল যদিও বৰ কৃতকাৰ্য হ'ব পৰা নাই। বৰ্তমান শতিকাৰ নগাৱঁৰ শিক্ষিত সমাজৰ ভিতৰত ডঃ সূৰ্যকুমাৰ ভূঞাদেৱৰ চেষ্টা কিছুদূৰ সফলকাম হৈছে যদিও নগাৱঁৰ প্ৰাচীন ইতিহাসৰ কোনো বিশেষ কৃতিত্ব দেখুৱাব পৰা নাই বুলি আমাৰ ধাৰণা। পালি আৰু সংস্কৃত ভাষাত ব্যুৎপত্তি থকা আৰু ব্ৰাহ্মী আদি লিপিত অভিজ্ঞ আধুনিক শিক্ষিত কোনো উৎসাহী নগাঞা ডেকাই যদি এই বিষয়টো হাতত লয়, তেন্তে নগাওঁবাসীৰ মনৰ কামনা পূৰ্ণ হ'ব বুলি আমাৰ বিশ্বাস। আশাকৰো উদীয়মান উচ্চ শিক্ষিত ডেকাসকলে এই সম্বন্ধে গৱেষণাত মনোনিবেশ কৰিব।

স্কুলীয়া অৱস্থাৰপৰাই আমাৰ শিক্ষিত লোকসকলৰ মুখে শুনি আহিছো যে অসমৰ মানুহবিলাক আদিৰেপৰা লেখা-পঢ়া নজনা অজ্ঞান, অসভ্য, অনাচাৰী, অসুৰ, দানৱ কিম্বা জঙ্গলী আছিল আৰু মহাপুৰুষ শঙ্কৰদেৱৰ উপৰি পুৰুষসকলৰ সাতঘৰ কায়স্থ আৰু সাতঘৰ বামুণ কনৌজৰপৰা আহি ইয়াত বাস কৰি অনাৰ্য ৰীতি-নীতিৰ সংস্কাৰ সাধন ঘটাই শুদ্ধ কৰি তুলিছিল। আমি এতিয়া এই

সম্বন্ধে অনেক কথা ভাবিব লগাত পৰিছো। সঁচাকৈয়ে মহাপুৰুষ শঙ্কৰদেৱৰ পূৰ্বে অসম দেশ অসভ্য, অশিক্ষিত, মূৰ্খ, অনাচাৰী জাতিৰ বাসভূমিহে আছিলনে? মহাপুৰুষ শঙ্কৰৰ পূৰ্বপুৰুষ জানো সঁচাকৈয়ে কনৌজৰপৰা অহা লোক? তেওঁলোক সঁচাকৈয়ে কায়স্থ আছিলনে? কায়স্থ এটা জাতি নে উপাধি? এই সম্বন্ধে মহাপুৰুষে ক'ৰবাত কোনো টীকা বা টিপ্পনী নাইবা কোনো ভাষ্য কৰি কিবা লেখি থৈ গৈছেনে? মহাপুৰুষে তেখেতৰ বংশ পৰিচয় দিবলৈ গৈ দশম পুথিত টীকা-ভাষ্য চাবলৈ কৈছে কিয়? মহাপুৰুষ জানো সঁচাকৈয়ে 'ভূঞা' আছিল? তেখেতৰ পূৰ্বপুৰুষসকলৰ লগত যি সাতঘৰ ব্ৰাহ্মণ অহাৰ কথা পোৱা যায়, তেওঁলোক জানো সঁচাকৈয়ে কনৌজৰপৰা আহিছিল? ইয়াৰ পূৰ্বেই কামৰূপ ৰাজ্যত ব্ৰাহ্মণ নাছিলনেকি? সেই সময়ত কনৌজৰপৰা আগত কায়স্থ আৰু ব্ৰাহ্মণসকলেহে লেখা-পঢ়া জানিছিল, আনে নাজানিছিলনেকি বা ইতিপূৰ্বেই কোনেও লেখা-পঢ়া নাজানিছিলনেকি? এইবিলাক প্ৰশ্ন প্ৰত্যেক বুৰঞ্জী অনুসন্ধিৎসু লোকৰ অন্তৰতেই উদয় হ'ব। এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ এই ক্ষুদ্ৰ গ্ৰন্থত দিয়া সম্ভৱপৰ নহয় আৰু মোৰ নিচিনা অনভিজ্ঞ লোকে যে এই সম্বন্ধে নিসন্দেহে দিব পাৰিম সেই ধৃষ্টতাও মোৰ নাই। তথাপি যৎকিঞ্চিতৰূপে উনুকিয়াবলৈ প্ৰয়াস কৰিলো। ইয়াৰ ভিতৰতে চিন্তাশীল জ্ঞানীলোকসকলে এইবিলাক প্ৰশ্ন সম্বন্ধে অকপটভাৱে চিন্তা আৰু অনুসন্ধান কৰি প্ৰকৃত অসম বুৰঞ্জীৰ নিৰপেক্ষ সত্য উদ্ঘাটন কৰি জগতৰ আগত দাঙি ধৰিব। দেশৰ পৰাধীনতাৰ কবলত পৰি সঙ্কীৰ্ণভাৱাপন্ন হোৱাত আমাৰ বুৰঞ্জীবিদ্ পণ্ডিতসকলক পক্ষপাতিত্বৰ দোষে চুইছে আৰু পণ্ডিতসকলৰ বহুতেই প্ৰলোভনত পৰি বুৰঞ্জীৰ অনেক প্ৰকৃত ঘটনা প্ৰক্ষিপ্ত, লুপ্ত বা ধ্বংস কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। বৰ্তমান দেশৰ চিন্তাৰ সোঁত বিজ-তৰীয়া ধাৰা পৰিত্যাগ কৰি আৰু ক্ষুদ্ৰ সাম্প্ৰদায়িকতাৰ গণ্ডীৰপৰা আঁতৰি বৃহত্তৰ জাতীয়তা আৰু অনুসন্ধিৎসুতাৰ ফালে গতি কৰিছে।

### ডোবোকা বা ডবকাৰ পুৰণি ঐতিহ্য

পুৰণি ডবকা আৰু কামৰূপ ৰাজ্যৰ গৌৰৱপূৰ্ণ অঙ্গ নগাওঁ। সৰুকালত আমাৰ গাওঁৰ পাম খাবলৈ যোৱা আৰু নাও লৈ বেপাৰ কৰিবলৈ যোৱা মানুহবিলাকৰ মুখত ডোবোকা বা ডবকা অঞ্চলৰ কথা শুনিছো আৰু সেই অৰণ্যৰ পহুৰ মঙহো খাইছোঁ। ডাঙৰ দঁতাল হাতীৰ জাক; ডাঙৰ বাঘে গোহালিৰ গৰু ধৰা; ভালুকে মানুহ খেদা আৰু মৰা; যমুনা, বুঢ়ী গঙ্গা, বৰ গঙ্গা, আকাশী গঙ্গা, হৰিণা, ডিখৰু, সৰু গাথি, চেলাবৰ আদি নৈয়েদি গোটা কাঠৰ নাৱৰ লগত সোণাৰু খুটাকে আদি কৰি নানা তৰহৰ কাঠৰ মাৰ বা ভুৰ বান্ধি তাৰ ওপৰত এৰী, কপাহৰ খাং, লা-ৰ বস্তা, তিল-সৰিয়হ আদি বোজাই কৰি ভটিয়নী পানীত উটাই লৈ অহাৰ কথা অনেক শুনিছোঁ আৰু দেখিছোঁ। আকাশী গঙ্গা, ঊৰ্ধ গঙ্গা, কমলাদেৱীৰ থান (মন্দিৰ), মহামায়া থান, কেঁচাই-খাঁতী থান আদিৰ কথাও শুনিছোঁ। বয়সীয়া মানুহে পুৱাৰ বাঙলী সুৰুযে বুকু ভেদ কৰা আমাৰ গাওঁৰ পুৱপিনে সন্মুখত থকা কঠীয়া-তলীৰ পৰ্বতটোলৈ আঙুলি টোঁৱাই কয়, "সৌ পৰ্বতৰ ওখ টিংটোতেই কমলাদেৱীৰ থান আৰু তাৰ সিপাৰেই ডবকা।" সৰুকালৰ লগৰীয়াবিলাকৰে কোৱা-কুই কৰোঁ— আমি নাও লৈ তাত বেপাৰ কৰিমগৈ। কোনে কেনেকৈ মালবস্তু তুলাচনী লৈ জোখ-মাখ কৰিব, কোনে চৰি-ব'ঠা লৈ নাও বাব, তাৰ তালিমো বালিঘৰ সাজি ওমলাকালত দিছিলোঁ।

ল'ৰাকাল গ'ল। প্ৰথম যৌৱনত ভৰি দিওঁতেই ১৯১৯ চনত সংঘটিত পঞ্জাৱৰ জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ কথা শুনো। তাৰেই প্ৰতিক্ৰিয়া হিচাপে ১৯২১ চনত গোটেই ভাৰত জুৰি গাওঁ-সংগঠন কাৰ্য উপলক্ষ কৰি শ্ৰীযুত বঞ্জিৎ সিং ক্ষেত্ৰীৰ নেতৃত্বত আমি চাৰি-পাঁচ-জনমান কৰ্মী ডবকালৈ যাওঁ। সৰুকালৰ কল্পনাময় ডবকা পালোঁ আৰু সেই ভয়াবহ বৰ্ণনাৰ অটব্য অৰণ্য দেখিলো। যমুনা নদীত গা ধুবলৈ যাবলৈকো বাঘৰ কাৰণে ভয় লাগে। যমুনাৰ

দক্ষিণাঞ্চল মহাবণ্যে আবৃত। কেঁচাই-খাঁতী ভগৱতীৰ থানত ভোগ দিয়াত তালৈ অতি সঙ্কোচে গ'লোঁ। যমুনা নদীৰ উত্তৰ পাৰে বৰ্তমান ডাক-বঙলাৰ সমুখত লোকেলবোৰ্ডৰ আলিৰ কাষত আৰু যমুনা নদীৰ পাৰতেই এই থানখন এটা নামঘৰ মণিকূটৰে সৈতে আছে। মণিকূটৰ ভিতৰত বৰ দীঘল লোৰ তৰোৱাল এখন ৰাম দাৰ দৰে দেখিলোঁ। সেই শিলৰ তৰোৱালখনে কিমান যুগৰপৰা এই থান অধিকাৰ কৰি কাৰবা অতীত কীৰ্তি বহন কৰি চিনাকি দিবলৈ বৈ আছে, নাইবা তাৰ কামেইবা কি—একো জানিব নোৱাৰিলো। লোৰ ডাঙৰ তীক্ষ্ণ তৰোৱালখনৰে হেনো ভগৱতীৰ নামত নৰবলি দিয়া হৈছিল বুলি মানুহে কয়। ১৯২১ চনত ডবকাৰ এই ৰূপ আছিল।

ডবকাৰ আন আন জানিবলগীয়া বিষয়ে বিশেষ লক্ষ্য কৰিবলৈ সুবিধা পোৱা ন'গল; কাৰণ পৰ্বতীয়া টান মেলেৰীয়া জ্বৰ লৈ প্ৰায় অচেতন অৱস্থাত ডবকা পৰিত্যাগ কৰিবলগা হলো। বহুত দিন ডবকাৰ কথা স্মৃতিপটৰপৰা আঁতৰি থাকিল। দৈনন্দিন কঠোৰ কৰ্মৰ মাজেদিয়ো সময় উলিয়াই লৈ ইতিহাস পাঠৰ বৃথাপ্ৰয়াস মাজে সময়ে কৰিছিলোঁ। কিন্তু ১৯৩২ খ্ৰীষ্টাব্দত ভাৰতৰ মুক্তি আন্দোলনত সক্ৰিয় অসহযোগ কৰাৰ কাৰণে চৰকাৰ পক্ষই কাৰাগাৰত বিশ্ৰাম লাভৰ সুবিধা দিয়াত দমদম জেলত বহি পুনৰ প্ৰাচীন হিন্দু যুগৰ ইতিহাস পাঠ কৰিবলৈ গৈ হঠাৎ ডবাক নামটো পাই বুকু চিৰিংকৈ উঠিল। খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীৰ গুপ্ত সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতা সম্ৰাট সমুদ্ৰগুপ্তৰ (পিতাৰ নাম দ্বিতীয় চন্দ্ৰগুপ্ত; সিংহাসন আৰোহণকাল ৩১৯-২০ খ্ৰীষ্টাব্দ) এলাহাবাদস্থিত স্তম্ভলিপিত দেখা যায়—সমটট, ডবাক, কামৰূপ, নেপাল আদি সীমান্তৱৰ্তী ৰাজ্যৰ ৰজাসকলে মহাৰাজাধিৰাজ সমুদ্ৰগুপ্তক সকলোপ্ৰকাৰৰ কৰ দান, আজ্ঞাকৰণ, প্ৰণাম আৰু আচমনৰ দ্বাৰা পৰিতুষ্ট ৰাখিছিল। কামৰূপ, ডবাক আৰু সমটট নাম দেখি ডবাক সম্বন্ধে মনত নানা ভাবৰ উদয় হ'ল আৰু সেই অৰণ্যৰ কথা মনত পৰি সেই ভাৱ আকৌ মাৰ গ'ল।



প্ৰত্নতাত্বিক ৰাখালদাস বন্দ্যোপাধ্যায়ে তেখেতৰ বাংলাৰ ইতিহাস প্ৰথম খণ্ডত বৰ্তমানৰ ঢাকা জিলাকেই সমুদ্ৰগুপ্তৰ শিলালিপিৰ ডবাক ৰাজ্য বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু পণ্ডিতসকলৰ মাজত সমটটক লৈ মতানৈক্য হোৱাৰ কাৰণে বন্দ্যোপাধ্যায়ৰ মত গ্ৰাহ্য হোৱা নাই। নিজৰ মনত প্ৰায়েই ডবকাৰ কথা উদয় হয়। বাৰে বাৰে মনত পৰে ডবকাৰ কেঁচাই-খাঁতী ভগৱতীথানৰ সেই শিলৰ তৰোৱালখনৰ কথা আৰু পুৰাণ প্ৰসিদ্ধ ডিমাপুৰস্থিত হেৰম্বপুৰৰ ভগ্নাৱশেষ বুলি কথিত সেই ধ্বংসস্তম্ভবিলাকৰ কথা।

ইয়াৰ ভিতৰতে সেই প্ৰাচীন ডবাক ৰাজ্যই নিজক পৰিচয় দিবৰ নিমিত্তে কালৰ গতিচক্ৰত প্ৰকট হৈ পৰিল। শ্ৰীহট্ট আৰু কাছাৰ জিলাৰ বহুতো হিন্দু-মুছলমান আহি হাবি মোকলাই সেইবিলাক ঠাইত বসতি আৰম্ভ কৰিলে। এইদৰে কেইবছৰমান যোৱাৰ পাছত ১৯৩৫ খ্ৰীষ্টাব্দত সহকৰ্মী এজনে নিখিল ভাৰত শিপিনী সঙ্ঘৰ নেৰা-নেপেৰা কামৰপৰা কেইদিনমান ছুটী লৈ বিশ্ৰামৰ নিমিত্তে ডবকাত থকা গুৰুভাইৰ আশ্ৰমত থাকিবলৈ ইচ্ছা কৰাত তেখেতৰ মুখেই শুনিবলৈ পালো যে তেখেতৰ গুৰুভায়ে ডবকাৰ হিন্দু ব্লকত ওলোৱা শিৱলিঙ্গৰ ৰক্ষণাবেক্ষণ কৰি আশ্ৰম পাতি আছে। সহকৰ্মী বৈষ্ণৱৰ মুখত সেই কল্পনাময় ডবাক ৰাজ্যৰ উঁই-হাঁফলু ভেদ কৰি ওলোৱা শিৱলিঙ্গৰ কথা শুনিবলৈ পাই হৃদয়ত পুলক জাগি উঠিল। তেখেতৰ মুখেই আৰু বহুতো থান (মন্দিৰ) আৰু ডাঙৰ ডাঙৰ পুখুৰী ওলোৱাৰ কথা জানি তেখেতৰ ঠাইত নিজেই ছুটী লৈ কেইদিনমানৰ নিমিত্তে সেই পবিত্ৰ পুণ্য কীৰ্তিস্থান, অতীতৰ গৌৰৱময় অসম সংস্কৃতিৰ ভগ্নাৱশেষ দৰ্শন কৰি নিজকেই ধন্য মানিবলৈ ওলাই গলোঁ।

ডবকাৰ সেই শিৱথানত উপস্থিত হৈ বৈষ্ণৱজনৰ লগত দেখা কৰি শিৱলিঙ্গ উদ্ধাৰ কৰা স্থান চালোঁ। হিন্দু ব্লকৰ ওচৰে পাজৰে থকা প্ৰাচীন কুঁৱা অৰ্থাৎ পাতেকি নাদবোৰ আৰু শিলত ফুল কটা

বহুতোশিৰীয়া শিলৰ খুটা পৰি থকা চাই তৃপ্তি লভিলো। এইবিলাক চাৰি বা তাতোকৈ বেছিশিৰীয়া ফুলৰ নক্সা খোদিত কৰা শিলৰ খুটা কোনো মন্দিৰ বা ৰাজবাৰীৰ বা ধনাঢ্য লোকৰ ঘৰৰ বাৰাণ্ডাৰ খুটা হ'ব লাগে। এনেকুৱা খুটা আজিকালিও আগ্ৰা আদি চহৰত কটা দেখিবলৈ পোৱা যায়। এইবিলাক প্ৰাচীন বস্তুৰ বাদেও এই ঠাইৰে ওচৰা-উচৰিকৈ থকা অনেক সৰু-ডাঙৰ পুখুৰী ইফালে সিফালে ডবকা অঞ্চলৰ য'তে ত'তে পৰি থকা দেখিলো। এই বৈষ্ণৱৰ মুখেই ডবকা, হোজাই, বকলীয়া, পাৰখোৱা দোকমোকা (মহামায়া থান) আদি ঠাইত থকা মন্দিৰৰ ভগ্নাৱশেষ মূৰ্তি শিৱ-লিঙ্গৰ কথা শুনিলো আৰু তাৰ এখন তালিকা মেপসহ ললো। শুনিলো তাৰপৰা কিছুদূৰত থকা নীলবাগানৰ কোনো চাহাবে হেনো বাগানতে ওলোৱা শিলালিপি এখন লৈ গৈছে। এই হিন্দু ব্লকৰ মাজেদিয়েই ডবকাৰপৰা হোজাইলৈকে এটা প্ৰকাণ্ড ৰাস্তা গৈছে। বৰ্তমান সেই আলিটোকেই ভালকৈ মেৰামতি কৰি ডবকা-হোজাই ৰাস্তা কৰি লৈছে। এই হিন্দু ব্লকৰেই এমাইলমান দূৰত পূবফালে এঘৰ মুছলমান মানুহে নতুনকৈ পুখুৰী এটা খান্দোতে বগা চীনা মাটিৰ বাচনৰ ওপৰত ফুলকটা ভঙাবাচনৰ বহুতো টুকুৰা পাইছিল। সেইবিলাক ল'ৰা-ছোৱালীয়ে উমলি নষ্ট কৰিলে। দুই-এডোখৰহে দেখা পোৱাৰ সৌভাগ্য হ'ল। এইখিনিৰপৰাই এটা নিয়মীয়া প্ৰাচীন আলি লঙ্কালৈকে গৈছে। আলিটো অৰণ্যে জীৰ্ণ হৈ পৰি আছে। এইবিলাক ঠাইত শিলৰ ধান-বনা খুবলি ইফালে সিফালে মাজে মাজে পৰি থকা দেখিবলৈ পালো। কোনোবা এটা পুখুৰীৰ পাৰত জীৰ্ণ ইটাৰে তৈয়াৰী মন্দিৰৰ ধ্বংস-স্তূপৰ চিনো দেখিলো। এইবিলাক ঠাই দেখি ডবকাৰপৰা কঠীয়া-তলী ৰাস্তাইদি ডবকা পৰ্বতৰ নামনিত থকা কঠীয়া-তলীলৈ যোৱা ৰাস্তাৰ দক্ষিণহাতে হাবিৰ মাজত অৱস্থিত কেইটামান ইটাৰে সজা মন্দিৰৰ চূড়া ভগ্ন হৈ পৰি থকা দেখিলোঁ। মন্দিৰৰ ভিতৰত শিৱলিঙ্গ আছে বুলি ধাৰণা হ'ল। মন্দিৰৰ ইটাবোৰ প্ৰায় এক ইঞ্চিমান ডাঠ, দীঘলে-পুতলে প্ৰায় সমান



সমান। মন্দিৰৰ দেৱাল ভেদ কৰি যি মহান মহীৰুহ আছে, তাৰ শিপাই কেৰেপা কেৰেপিকৈ যিবিলাক ইটাক সাৰটি বুকুৰ মাজত সুমুৱাই লৈ আছে সেই ইটাবিলাক যেন কালিহে পুৰি ৰাখিছে, এনে হৈ আছে। এই মন্দিৰ দুটাৰ কিছু কাষতেই হাবিৰে আবৃত এটা পুখুৰী দেখিলো। হাবিৰ মাজত অকলশৰে বাঘৰ নিমিত্তে অলপ শঙ্কা হোৱাত আকৌ কঠীয়া-তলীলৈ যোৱা ৰাস্তা ধৰি কিছুদূৰ গৈ আলিৰ বাওঁহাতে গছ-পৰা থানলৈ হাবিৰ মাজেদি গৈ যোৰ পুখুৰীৰ ওচৰত সেই থানৰ মন্দিৰবিলাকৰ ধ্বংস-স্তূপ দেখিবলৈ পালোঁ। একেখন থলীতেই বিভিন্ন দেৱতাৰ কেইবাটাও মন্দিৰ আছে। মন্দিৰ-বিলাকৰ অধিকাংশই বিষ্ণুৰ বুলি অনুমান হ'ল। মন্দিৰবোৰ শিলেৰে সজোৱা। এই মন্দিৰৰ বিষ্ণু আদি দেৱতাৰ মূৰ্তি আৰু মন্দিৰৰ দুৱাৰৰ চৌকাষত শিলৰ ওপৰত খোদিত কৰি যি লতাফুল আদি আঁকিছে, সেইবিলাক অতি মনোৰম। এইবিলাক প্ৰকাণ্ড প্ৰকাণ্ড চাৰিশিৰীয়াকৈ কটা শিলৰ মন্দিৰ সজাৰ কথা ভাবিলেও শৰীৰ ৰোমাঞ্চিত হয়।

এই গছ-পৰা থানত গোসাঁইজুৰি মন্দিৰৰ ৰাশিকৃত ধ্বংস-স্তূপ এজন মহৎ অন্তঃকৰণৰ হিন্দুস্থানী সন্ন্যাসীয়ে হাবি-বন মোকলাই সংস্কাৰ কৰি বৰ্তমান এখন মনোৰম আশ্ৰমত পৰিণত কৰিছে। এই সন্ন্যাসীজনৰ লগত দেখা হলত মন্দিৰ আৱিষ্কাৰৰ অনেক আদি-অন্ত কথা কলে আৰু ডবকা, হোজাই অঞ্চলৰ হাবিয়ে-বননিয়ে কিমান ঠাইত এই তীৰ্থস্থানবিলাক পৰি আছে তাৰো এটা বিৱৰণ দিলে। এই গোসাঁইজুৰিৰ মন্দিৰবিলাক তিনি শাৰীত প্ৰায় পোন্ধৰটামান আছিল। এই মন্দিৰবিলাকতো বিষ্ণু মূৰ্তিয়েই সৰহ, আন আন দেৱতাৰ মূৰ্তি আৰু শিৱলিঙ্গও বৰ্তমান। বিষ্ণু মূৰ্তিৰ চাৰুশিল্পৰ ভাস্কৰ্য আৰু শিলাৰ কাৰুকাৰ্য গুপ্তযুগৰ সাঁচৰ লগত অবিকল মিল আছে। এই আশ্ৰমৰ প্ৰতিপালক আৰু মন্দিৰৰ আৱিষ্কাৰক সন্ন্যাসীজনে হিন্দুস্থানীতে কলে আৰু প্ৰশ্ন কৰিলে, "বাবুজী, এই বৃদ্ধ বয়সলৈকে হিন্দুস্থানৰ সেতুবন্ধ ৰামেশ্বৰ, বদৰিকাশ্ৰমকে ধৰি পৰশুৰাম-

কুণ্ডলৈকে অসংখ্য তীৰ্থস্থান পৰিভ্ৰমণ কৰিলো ; কিন্তু হোজাইৰ যোগীজানত থকা শিৱলিঙ্গতকৈ ডাঙৰ শিৱলিঙ্গ মই ক'তো নেদেখিলোঁ। আচ্ছা বাবুজী, এই অঞ্চলত ইমানবোৰ দেৱ মন্দিৰ আদিৰ তীৰ্থস্থান আৰু ডাঙৰ বৃহৎ তলাউ ( পুখুৰী ) যিবোৰ মহাত্মা পুৰুষে নিৰ্মাণ কৰি প্ৰতিষ্ঠা কৰিলে, সেই পুণ্যাত্মাসকলৰ বংশধৰসকল এইবোৰ পৰিত্যাগ কৰি কলৈ গ'ল ? যিবোৰ পাহাৰীয়া, মিকিৰ, কছাৰী, হোজাই আৰু মহঙীয়া লোক দেখিছো, এইবোৰ লোকতো তেওঁলোকৰ বংশধৰ হ'ব নোৱাৰে আৰু এইবোৰ কামোতো তেওঁলোকৰ নহয় !" সন্ন্যাসীজনক কেইটামান ইতিহাসৰ কথা উত্থকিওৱাৰ বাহিৰে বিশেষ ভাল সন্তোষজনক উত্তৰ দিব নোৱাৰিলো। তেওঁক মাত্ৰ ক'লো যে এইবিলাক প্ৰশ্নৰ সমাধান কৰিবৰ নিমিত্তেই এইবোৰ অনুষ্ঠানত অনুসন্ধান কৰি ফুৰিছো। সন্ন্যাসীৰ মুখৰপৰাই জানিলো যে কিছুদিন পূৰ্বে অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাই গছ-পৰা থানৰপৰা কোনো এখন শিলালিপি সংগ্ৰহ কৰি লৈ গৈছে। ক'ব নোৱাৰোঁ বৰুৱাদেৱে সেইখনি লিপিৰ পাঠ উদ্ধাৰ কৰিলে নে নাই। কোনো কোনো মূৰ্তি নৰাগত মুছলমান-সকলে হেনো পাই নষ্ট কৰি পেলাইছে। এই কথা শুনি মনত বৰ দুখ পালো। এইবোৰ যাতে কেৱে নষ্ট নকৰে, তাৰ নিমিত্তে চৰকাৰে মৌজাদাৰ আৰু গাওঁবুঢ়াসকলৰ জৰিয়তে ঘোষণা কৰি দিয়া উচিত আৰু এইবোৰ সংৰক্ষণৰ অবিলম্বে ব্যৱস্থা কৰা উচিত।

কিছুদিনৰ পিচত শিপিনীসঙ্ঘৰ কাৰ্য উপলক্ষে এৰী, কপাহ আদি কিনিবৰ নিমিত্তে পাৰখোৱা, দোকমোকা আৰু ফুলনি আদি ঠাইবোৰলৈ গলো। পাৰখোৱাৰ আকাশীগঙ্গাৰ শিৱলিঙ্গ আৰু শিৱৰ বাহন শিলা বৃষভৰ মূৰ্তি, গঙ্গাৰ বাহন কুম্ভীৰ আৰু এচটা শিলত কটা বিৰাট প্ৰস্ফুটিত শ্বেত পদুম ফুল পাহিৰে শিলটোক জুৰিটিয়ে বুকুত লৈ সজীৱতাৰ স্মৃতি চিন দি আছে। পাৰখোৱা, গৰুকটা পৰ্বতৰ অলপ কাষতেই বহা হাটখোলাৰ ইফালে সিফালে ডাঙৰ ডাঙৰ ওখ-চাপৰ পাৰেৰে চাৰি-পাঁচটা পুখুৰী আছে। এই



পুখুৰীৰ ইপাৰে সিপাৰে কেইঘৰমান অসমীয়া কছাৰী, গাৰো, খ্ৰীষ্টান আৰু অসমীয়া হিন্দুৱে বসতি স্থাপন কৰিছে। তেওঁলোকে ভঁড়ালৰ তলত যিবোৰ পুৰণি চাৰিশিৰীয়াকৈ কটা শিল খুটা হিচাপে লগাইছে, সেই শিলত খোদাই কৰা ছবিয়ে অসমীয়া জাতিৰ পুৰণি কালৰেপৰা চলি অহা আদিৰসব্যঞ্জক বিহু নাচৰ প্ৰতিচ্ছবিৰ চিনাকি দিছে। গোৱালপাৰাৰ ফালৰপৰা উঠি অহা সেই হাটখোলাৰ ওচৰতে বহা পেঞ্চনপ্ৰাপ্ত হাবিলদাৰ এজনে ( কছাৰী মানুহ ) ঘৰৰ ভেটি তুলিবৰ নিমিত্তে মাটি খান্দোতে মাটিৰ তলত এমুঠনমান ওখ শিলৰ বিষ্ণু মূৰ্তি, দুকাষে লক্ষ্মী-স্বৰস্বতী কিম্বা গঙ্গা-যমুনা থকা মূৰ্তি পালে। কিন্তু দুখৰ বিষয় কোৰৰ চাবত ভঙা নে আন কোনোবাই ভঙা বিষ্ণুৰ ডিঙিডোখৰেৰে মূৰটো ক'ৰবাত পৰিল ; বিচাৰি নাপালে। তেওঁক কোৱাত মূৰ্তিটো এই লেখকক গতাই দিলে।

পাৰখোৱাৰ কাম শেষ কৰি দোক্‌মোকাৰফালে খোজ ললোঁ। পাৰখোৱাৰপৰা এটা প্ৰকাণ্ড ওখ প্ৰাচীন আলি দোক্‌মোকাৰ ফালে গৈছে। এই আলিৰ অনেকাংশ ডাঠ হাবিয়ে আগুৰি ধৰি দুৰ্গম কৰি ৰাখিছে। মাজে মাজে দুই-এটা প্ৰাচীন পুখুৰী ইফালে সিফালে পৰি আছে। মহামায়া পৰ্বতৰ ওপৰত উঠি মহামায়া মন্দিৰৰ ধ্বংসাৱশেষ দেখা পালো। সন্ধ্যাৰ আন্ধাৰৰ কাৰণে মূৰ্তিটো চিনিব পৰা নহ'ল। এই পৰ্বতৰ ওপৰৰ মন্দিৰৰ ওচৰতেই পুখুৰী এটাও আছে। এই মহামায়া পৰ্বতৰ দুই কি আঢ়ৈ মাইল পশ্চিমে থকা বৰগঙ্গাৰ মন্দিৰ চাবলৈ গ'লো। এই থান এটা শিলাময় টিলাত গছ-গছনিৰে আবৃত হৈ আছে। বিষ্ণু আৰু দেৱদেৱীৰ বহুতো মূৰ্তি ভগ্ন বা অঙ্গহীন অৱস্থাত পৰি আছে। বিষ্ণু মূৰ্তিৰ খোদাই কাৰ্য অতি চমৎকাৰ ; শৰীৰৰ প্ৰত্যেকটো অঙ্গ পৰিস্ফুট হৈ নিপুণ ভাস্কৰ্যৰ পৰিচয় দিছে। এই টিলাৰ কাষেদিয়েই নদীৰ দৰে এটা খাল আছে, এই খালেই এসময়ত বোৰতী নদী হৈ বৰগঙ্গাৰ নাম পাইছিল বুলি অনুমান হয়। এতিয়া এই সুঁতি বন্ধ হৈ পানী ভৰি থকা খালত পৰিণত হৈছে ; কিন্তু তাৰ বৰগঙ্গা প্ৰাচীন নাম লুপ্ত হোৱা নাই।

এই বৰগঙ্গা থানৰ নিচেই ওচৰতে উক্ত বৰগঙ্গা খালৰ পাৰত থকা প্ৰকাণ্ড শিলৰ গাত খোদাই কৰা এখন লিপি আছে। এই শিলালিপিখনৰ আৱিষ্কাৰে সেই প্ৰাচীন ডবাক ৰাজ্যৰ সভ্যতা-সংস্কৃতিৰ এটা নিদৰ্শন দিয়ে। আৰু যে কিমান লিপি ইফালে সিফালে অৰণ্যৰ মাজত আত্মগোপন কৰি পৰি আছে, সেইবিলাক বিচাৰি উলিয়াই কোনে? আজি কিছুদিন হ'ল, এই শিলালিপিখনৰ পাঠ উদ্ধাৰ কৰিছে ঢাকা বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ নলিনীকান্ত ভট্টশালীদেৱে। সমুদ্ৰগুপ্তৰ এলাহাবাদৰ শিলালিপিত উল্লিখিত ডবাক ৰাজ্য যে আমাৰ এই নগাওঁৰ ডবকাই, এই মত প্ৰথমে হেনো পোষণ কৰে ডক্টৰ প্ৰবোধচন্দ্ৰ বাগ্‌চী মহোদয়ে। কিন্তু এদিন কথা প্ৰসঙ্গত ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ মুখে শুনো যে তেখেতেই হেনো পণ্ডিত সমাজৰ দৃষ্টিগোচৰ কৰায়—এই ডবকাই সেই প্ৰাচীন ডবাক ৰাজ্য বুলি। ডক্টৰ ভট্টশালীদেৱে পাঠ উদ্ধাৰ কৰি জনাইছে যে এই শিলালেখ খ্ৰীষ্টীয় সপ্তম শতাব্দীৰ কামৰূপ সাম্ৰাজ্যৰ অধীশ্বৰ মহাৰাজাধিৰাজ ভাস্কৰ বৰ্মণৰ আজো-ককাক পৰম ভাগৱত মহাৰাজাধিৰাজ ভূতিবৰ্মাই ৫৫৪ খ্ৰীষ্টাব্দৰ অশ্বমেধ যজ্ঞানুষ্ঠানৰ স্মাৰকচিন উৎকীৰ্ণ (খোদাই) কৰি ৰাখিছে। এতিয়া এই শিলালেখ উদ্ধাৰৰ ফলত আমাৰ জানিবলৈ বাকী নাথাকিল যে গুপ্ত সম্ৰাট সমুদ্ৰগুপ্তৰ এলাহাবাদৰ লিপিত উল্লেখ কৰা সীমান্তৱৰ্তী ডবাক ৰাজ্য এই নগাওঁ জিলাৰ ডবকা। ভূতিবৰ্মাৰ এই শিলালিপি বৰ্তমান ডবকাৰপৰা এঘাৰ কি বাৰ মাইলৰ ভিতৰতেই পূবফালে আছে। এই ডবাক ৰাজ্যৰপৰাই এসময়ত চন্দ্ৰমুখ নামক ৰজাই চীন সম্ৰাটৰ দৰবাৰলৈ কটকী পঠিয়াইছিল। এই চন্দ্ৰমুখ ৰজা সম্বন্ধে আমি নিশ্চয় ডাঠি ক'ব পৰা হৈছো যে এৱেঁই এই বৰ্মন বংশীয় ৰজা চন্দ্ৰমুখ বৰ্মন। ভাস্কৰ বৰ্মাৰ পঞ্চম পূৰ্বপুৰুষৰ ভূতিবৰ্মাই শ্ৰীহট্ট জিলাৰ পঞ্চখণ্ড পৰগণাত ঘোষ, বসু, নন্দি আদি উপাধিধাৰী প্ৰায় তিনিশ ঘৰ ব্ৰাহ্মণক স্থাপনা কৰাৰ প্ৰমাণ ভাস্কৰবৰ্মাই বিজয়ী স্কন্ধাবাৰ (শিবিৰ) কৰ্ণসুবৰ্ণ (মুৰ্ছিদাবাদ) ৰাজধানী অগ্নিয়ে ধ্বংস কৰা নিধনপুৰৰ



জীৰ্ণপ্ৰাপ্ত তামৰ ফলিখনেই দাঙি ধৰে। সেই সময়ত শ্ৰীহট্ট আৰু কাছাৰ জিলা সমটট ৰাজ্যৰ এক অংশ আছিল।

ভূতিবৰ্মাৰ পিতামহ মহেন্দ্ৰ বৰ্মাই দুবাৰ অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰে। মহেন্দ্ৰ বৰ্মাৰ দুবাৰকৈ যজ্ঞ কৰাৰ ক্ষমতা দেখি ধাৰণা কৰিব পাৰি এওঁৰ দিনতেই প্ৰায় ৫২৫ খ্ৰীষ্টাব্দৰ ভিতৰতেই সমটটৰ অধিকাংশ ৰাজ্য শ্ৰীহট্ট, কাছাৰ, ত্ৰিপুৰা, কুমিল্লা, নোৱাখালি, চট্টগ্ৰাম আদি জিলা কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ যায়। সমটট গুপ্ত সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। গুপ্তলিপিৰ মতেই খ্ৰীষ্টীয় ৩৫০ অব্দৰ ওচৰা-উচৰি সময়তেই ডবাক ৰাজ্য সুপ্ৰতিষ্ঠিত আছিল আৰু কামৰূপ ৰাজ্যৰ বাহিৰত এক স্বতন্ত্ৰ ৰাজ্যৰূপে গঢ়ি উঠিছিল। এখন ৰাজ্য গঢ়ি উঠিবলৈ সেই কালত প্ৰায় দুই তিনিশ বছৰ লগা অসম্ভৱ নহয়। গতিকে আমি ধৰি লব পাৰো যে খ্ৰীষ্টীয় প্ৰথম বা দ্বিতীয় শতিকাৰপৰাই নগাওঁৰ ডবাক ৰাজ্যৰ সভ্যতা গঢ়ি উঠিছিল। ডবকা পৰ্বতৰ ওখ টিঙত থকা কমলাদেৱী বা শ্ৰী বা লক্ষ্মীদেৱীৰ মন্দিৰৰ কথা ভাবিলে খ্ৰীষ্টীয় প্ৰথম শতিকাৰ বা তাৰো পূৰ্বৰ 'গজ হস্ত ঘটপ্লুতা' সেই কমলাসনা শ্ৰী বা লক্ষ্মীদেৱীৰ কথাই মনত পৰে। প্ৰত্নতত্ত্ববিদ্ পণ্ডিতসকলে এই কমলাদেৱীৰ মন্দিৰ সম্বন্ধে অনুসন্ধান কৰা নিতান্ত উচিত।

দোক্‌মোকাৰ মহামায়া পৰ্বতৰপৰা (নদীৰ কাষৰপৰা) যিটো প্ৰাচীন আলি নদী পাৰ হৈ হাবি-বননি মূৰত লৈ ফুলনিলৈ গৈছে—সেই আলিটোৰ ওপৰতেই ফুলনি পাবলৈ প্ৰায় এক মাইলমান থাকোতেই এটা চাৰিশিৰীয়া কটা শিল বহুত তললৈকে পোতা আছে। এই শিলটোৰ চাৰিওফালে ক্ৰমান্বয়ে শঙ্খ-চক্ৰ-গদা-পদ্ম-হস্তে বিষ্ণুদেৱৰ চিহ্ন খোদাই কৰা আছে। ফুলনিত বহুতো প্ৰাচীন পুখুৰী হাবিৰ মাজত চেননি-বেননি দি পৰি আছে। এই ফুলনিৰপৰা কেইমাইলমান দূৰত বকলীয়ালৈ যোৱা ৰাস্তাত তৰাবচা নামে এডোখৰ ঠাইত বহুতো দেৱ-দেৱীৰ মূৰ্তি আছে বুলি শুনিছো। বকলীয়াত বহুতো পুখুৰী আৰু মন্দিৰৰ ভগ্নাৱশেষ অৰণ্যৰ মাজত ইফালে সিফালে পৰি আছে।

এই ডবকা এসময়ত ডবাক ৰাজ্যৰ ৰজাসকলৰ বাদেও কামৰূপ সাম্ৰাজ্যৰ বৰ্মন বংশীয় মহাৰাজাধিৰাজসকলৰো কোনো এসময়ত ৰাজধানীত পৰিণত হৈছিল। আমাৰ নগাওঁ জিলাৰ চামগুৰিৰ উত্তৰে অৱস্থিত বলমা বা বৰ্মা বিজাৰ্ভে বৰ্মন বংশীয় ৰজাসকলৰ পৰিচয় দিবৰ নিমিত্তে এই পৰিত্যক্ত অৱহেলিত ভূমিখণ্ডই সেই মধুৰ স্মৃতিৰ নাম বুকুত ধাৰণ কৰি পৰি আছে। এই বিজাৰ্ভতেই কিছুদিন পূৰ্বে গ্ৰাহ-গজেন্দ্ৰ উপাখ্যানৰ তামৰ ফলি উদ্ধাৰ কৰিছিল। এতিয়াও শিৱথান জাজ্বল্যমান হৈ আছে। এই বিজাৰ্ভৰ ভূগৰ্ভত অনেক ইটাৰ ধ্বংস-স্তূপ ওলাইছে। অবিলম্বে এইবোৰ চৰকাৰ পক্ষৰপৰা ৰক্ষণাবেক্ষণ কৰি উদ্ধাৰ কৰা দৰকাৰ। এইবিলাক ধ্বংস-স্তূপৰ ইটা পমুৱাসকলে উলিয়াই নি নিজৰ ঘৰুৱা কামত ব্যৱহাৰ কৰিছে। নগাৱঁৰ এই প্ৰাচীন ডবাক ৰাজ্যৰ সীমা বৰ্তমান নগাওঁ জিলাৰ সম্পূৰ্ণ অংশ ধৰি উজনি অসমৰ কিমান দূৰলৈকে বিস্তীৰ্ণ আছিল তাক ভাল ধৰণে অনুসন্ধান নকৰিলে কোৱা কঠিন।

•

## মৎস্যেন্দ্ৰ মীন নাথ

বৰ্মন বংশীয় ৰজাসকলে এই ডবাক আৰু সমটট ৰাজ্যক কামৰূপ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি লয়। যিদৰে সমগ্ৰ সমটট (সুৰমা উপত্যকা, ত্ৰিপুৰা, কুমিল্লা, নোৱাখালি চট্টগ্ৰাম আৰু ঢাকা জিলাৰ কিছু অংশ অৰ্থাৎ প্ৰাচীন ব্ৰহ্মপুত্ৰৰ পূৰ্বাঞ্চল) পুণ্ড্ৰৱৰ্ধন অৰ্থাৎ উত্তৰবঙ্গ পৰৱৰ্তী-কালত কৰ্ণ-সুবৰ্ণ বা পশ্চিমবঙ্গ কামৰূপ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। খ্ৰীষ্টীয় দশম শতিকাৰ শেষ অংশত কামৰূপৰ ৰজা ইন্দ্ৰপাল বা ইন্দ্ৰভূতিৰ ৰাজকৰ্মচাৰী সামন্তশোভা বা মৎস্যেন্দ্ৰ নাথ বা মীন নাথ তিব্বতীয় ভাষাত লুইপাদ নামে বিখ্যাত এজন কৈৱৰ্ত লোকে প্ৰথমে সহজীয়া বা বজ্ৰযান মতবাদ প্ৰৱৰ্তন কৰে। এই মীন নাথৰ ঘৰ উড্ডীয়ন বা যোগীজানত আছিল। বৌদ্ধ আৰু হিন্দু ধৰ্মৰ সংমিশ্ৰণৰ



ফলত যি বজ্ৰযান বা তন্ত্ৰ ধৰ্মৰ আৱিৰ্ভাৱ হয় সেই তন্ত্ৰ শাস্ত্ৰমতে একাদশ শতিকাত উড্ডীয়ন বা যোগীজান সেই তন্ত্ৰ ধৰ্মৰ এটা ডাঙৰ কেন্দ্ৰ আছিল আৰু অনুমান হয় এই যোগীজানতেই পালবংশীয় ৰজা ইন্দ্ৰভূতিৰ ৰাজধানী আছিল। প্ৰত্নতত্ত্বানুসন্ধিৎসু পণ্ডিত ৰাজমোহন নাথ ডাঙৰীয়াই আমাৰ নগাৱঁৰ হোজাইৰ ওচৰত থকা বৰ্তমান যোগীজান নামৰ ঠাইখনকেই সেই বিখ্যাত উড্ডীয়ন বুলি আঙুলিয়ায়। সেই ঠাইৰ প্ৰাচীন মূৰ্তি আদি দেখি এই যোগীজানৰ পৰা প্ৰায় ছয়-সাতমাইলমান দূৰত থকা যমুনামুখ ৰেল ষ্টেচনৰ উত্তৰ-পশ্চিমে কপিলি নৈৰ ওচৰত আৰু প্ৰসিদ্ধ ঢিং গাৱঁৰ সন্মুখত উড্ডীয়ন নামে এখন সৰু গাওঁ আছে। এই ঠাইতেই ডবকা পাহাৰৰ ফালৰপৰা অহা দুটা প্ৰধান প্ৰাচীন আলি দেখা যায় আৰু কপিলি নৈৰ দক্ষিণ পাৰে অৰ্থাৎ ঢিং গাৱঁৰ ওচৰতেই কাৰৈমাৰি গাৱঁত প্ৰাচীন পুখুৰী আৰু ধুনীয়া বিষ্ণুমূৰ্তি আদি হাবিৰ মাজত ওলাইছে। ষোড়শ শতিকাত ভাগৱত পুৰাণ অনুবাদক কলাপচন্দ্ৰ বা চন্দ্ৰভাৰতীৰ জন্মভূমি এই কপিলা গঙ্গাৰ পাৰত থকা দিহিং বা ঢিং এই গাৱঁতেই আছিল। নগাওঁ জিলাৰ দক্ষিণে থকা পৰ্বতশাৰীৰ সিপাৰস্থিত কাছাৰ জিলাৰ জাটিঙ্গা বা জয়তুঙ্গ নদীৰ উপত্যকাত জয়তুঙ্গ নামক ঠাইত লোকনাথৰ মন্দিৰ আছিল বুলি বৌদ্ধ মহাযানী পন্থৰ বিখ্যাত ধৰ্মগ্ৰন্থ 'অষ্টসাহস্ৰিকা প্ৰজ্ঞা পাৰমিতা'ত উল্লেখ আছে।

এই সময়তেই ডবকা ৰাজ্যৰ অন্তৰ্গত কন্দলি অঞ্চলত সৰু ৰাজ্য এখনৰ অধিশ্বৰী হৈ কমলা আৰু মঙ্গলা নামে দুই বাই-ভনীয়েকে ৰাজ্য শাসন কৰিছিল। সেই সময়ত নগাৱঁৰ হোজাই-লংকাকে ধৰি দক্ষিণ পৰ্বতমালাৰ জান-জুৰি আশ্ৰয় কৰি অনেক লোকে বসতি স্থাপন কৰিছিল। এই পৰ্বতমালাৰ মাজে মাজে আজিকালি যিবিলাক শিৱলিঙ্গ আৰু দেৱ-দেৱীৰ মূৰ্তি আৱিষ্কাৰ হৈছে সেইবিলাকেই তাৰ প্ৰমাণ দিয়ে। পৰৱৰ্তীকালত অৰ্থাৎ খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰপৰা নগাৱঁৰ কছাৰী আৰু এই বংশৰেই ত্ৰিপুৰা ৰজাসকলে এইবিলাক স্থানৰেই অনুসৰণ কৰি ৰাজ্যবিস্তাৰ কৰিছিল।

বহুতো পণ্ডিতৰ মতে তন্ত্ৰ ধৰ্মৰ আৱিৰ্ভাৱৰ কেন্দ্ৰস্থল লঙ্কা। তন্ত্ৰধৰ্মৰ এই জন্মস্থান আমাৰ নগাওঁ জিলাৰ হোজাই আৰু লামডিঙৰ মাজত থকা লঙ্কা। দুই-এজন য়ুৰোপীয় পণ্ডিতেও তন্ত্ৰ মতবাদৰ জন্মস্থান লঙ্কা বুলি স্বীকাৰ কৰিছে। তন্ত্ৰ ধৰ্মৰ মতে এই লঙ্কাৰ ওচৰৰে মহামায়াকো ধৰ্মপ্ৰচাৰৰ আদ্যস্থান বুলি কৈছে। ডবকাৰপৰা তেৰ-চৈধ্য মাইল দূৰত থকা মহামায়া পৰ্বততেই সেই মহামায়া থান বা মন্দিৰৰ ধ্বংসাৱশেষ পৰি আছে। ইতিপূৰ্বে এই থানৰ কথা উল্লেখ কৰি অহা হৈছে। এই নগাওঁ জিলাৰ হোজাই, যোগীজান, ডবকা, দোক্‌মোকা, কন্দলি, চম্পানলা, কলিয়াবৰ, চাবৰ-মুখ বা চাপৰমুখ, বহা, মায়ং আদি ঠাইত বৌদ্ধ বজ্ৰযান পন্থাৰ আৱিষ্কৃত দেৱ-দেৱীৰ মূৰ্তিবিলাকৰ অৱস্থানত আৰু এই লঙ্কাকেই তন্ত্ৰধৰ্মৰ জন্মস্থান বুলি পণ্ডিতসকলে আঙুলিওৱাত বৌদ্ধ সহজীয়া মতবাদৰ প্ৰৱৰ্তক মীন নাথৰ বাসস্থান বা জন্মস্থান বৰ্তমান হোজাই, যোগীজান বা উড্ডীয়ন নিৰ্ণয়ক দৃঢ়তৰ কৰি তোলে। এখেতে পূৰ্ব-ভাৰতৰ অৰ্থাৎ সমটট আৰু কামৰূপত ঠায়ে ঠায়ে কেন্দ্ৰ স্থাপন কৰি তেখেতৰ মতবাদ সম্বন্ধে অনেক পুথি-পাজি লেখি প্ৰচাৰ কৰে। বঙ্গদেশৰ চন্দ্ৰদ্বীপৰ চন্দ্ৰ উপাধিধাৰী কৈৱৰ্ত জাতীয় ৰজাসকলৰ তত্বাৱধানত বৌদ্ধ সহজীয়া মতৰ এটা প্ৰবল কেন্দ্ৰ চট্টগ্ৰামৰ সীতাকুণ্ড চন্দ্ৰনাথ পাহাৰত প্ৰতিষ্ঠিত হয়। পৰৱৰ্তীকালত যেতিয়া বৌদ্ধ-ধৰ্মক মষিমূৰ কৰি ব্ৰাহ্মণ্য ধৰ্মৰ পুনৰ অভ্যুত্থান হ'ল সেই সময়তেই ব্ৰাহ্মণসকলে বৌদ্ধ ধৰ্মাৱলম্বী কৈৱৰ্ত, যোগীনাথ আদিসকলক হেয় প্ৰতিপন্ন কৰিলে।

ব্ৰাহ্মণ হিন্দুসকলৰ প্ৰৱল বৌদ্ধ বিদ্বেষৰ ফলতেই বৌদ্ধ ধৰ্ম তাপ মাৰিলে আৰু বৌদ্ধ ধৰ্মাৱলম্বী কৈৱৰ্ত, বনিয়া, নাথ অৰ্থাৎ যোগী বা যুগী আদি জাতিৰ লোকসকলৰ উচ্চমানৰ সভ্যতা-সংস্কৃতি থকা সত্বেও ব্ৰাহ্মণ অৱমাননাৰ কাৰণেই পৰৱৰ্তীকালত হিন্দু সমাজৰ মাজত তেওঁলোক হেয় হৈ পৰিল। বৌদ্ধ আৰু হিন্দু বিভেদ ভাৱটো এইবিলাক জাতিৰ মাজত ইমানকৈ মজ্জাগত হৈ



পৰিছিল যে আজিলৈকে কৈৱৰ্ত ( পালি 'কেওট' ) বনিয়া আৰু নাথ সম্প্ৰদায়ৰ সাধাৰণলোকে বিশেষকৈ মাইকী মানুহে নিজে হিন্দু ধৰ্মৰ আচৰণ প্ৰৱৰ্তন মানি থকা সত্বেও পূৰ্বৰ সংস্কাৰবশতঃ আন আন জাতি বা সম্প্ৰদায়ৰ হিন্দু মানুহবিলাকক বুজাবলৈ হলে 'হেন্দু' বা 'হিন্দু' শব্দ ব্যৱহাৰ কৰা দেখিবলৈ পোৱা যায়। ইয়াৰ দ্বাৰা পৰোক্ষভাৱে হলেও তেওঁলোক যেন হিন্দু নহয়, বাধ্যত বা পীড়নত পৰিহে হিন্দু হৈছে, তেনে ভাব প্ৰকাশ পায়। এওঁলোকৰ কিছু-মানৰ মাজতো আজিলৈকে পেটে পেটে ব্ৰাহ্মণ-বিদ্বেষ ভাব জ্বলি আছে। আনকি ব্ৰাহ্মণ বৰ্জন কৰি তেওঁলোকৰ নিজৰ ভিতৰৰ-পৰাই ব্ৰাহ্মণ সৃষ্টি কৰি লৈছে।

### ভূঞা বা বাৰভূঞা ঃ শঙ্কৰদেৱৰ ধৰ্ম সংস্কাৰ

খ্ৰীষ্টীয় দ্বাদশ শতিকাৰ শেষ ভাগৰপৰা কামৰূপ ৰাজ্যত কোনো শক্তিশালী ৰজা নথকাৰ কাৰণে গোটেই অসমত বিভিন্ন স্থানৰ মুখিয়াল লোকে নিজ নিজ ক্ষমতা অনুযায়ী একো অঞ্চল ভূমি অধিকাৰ কৰি ভূঞা উপাধি ধাৰণ কৰিলে। অসমত আৰু বঙ্গদেশত বাৰভূঞাৰ কথা প্ৰচলন আছে, তথাপি ভূঞাসকলৰ সংখ্যা ইয়াতকৈ অনেক বেছি আছিল বুলি অনুমান হয়। সম্ভৱ প্ৰথমে বাৰজন ভূঞাই প্ৰসিদ্ধি লাভ কৰিছিল। এই ভূঞাসকল কোনো একে সম্প্ৰদায়ৰ মানুহ নাছিল, ভিন্ ভিন্ সম্প্ৰদায়ৰ লোক আছিল। পঞ্চদশ খ্ৰীষ্টাব্দত পূৰ্ববঙ্গত হিন্দু কুলোদ্ভূত মুছলমান ইছাখাঁ নামে ভূঞা এজনেও আমাৰ ঘোড়াঘাটলৈকে ৰাজত্ব কৰিছিল। নগাওঁ জিলাতো মায়ঙৰপৰা আৰম্ভ কৰি ডবকালৈকে কপিলি, কলং আৰু সোণাই নদীক আশ্ৰয় কৰি কেইবাজনো সৰু ডাঙৰ ভূঞাই ৰাজ্য শাসন কৰে। ভূঞাসকলৰ ভিতৰত বিশেষ ক্ষমতাসম্পন্নসকলে ৰজা উপাধি ধাৰণ কৰিছিল।

আৰিমত্ত নামে এজন ডাঙৰ ভূঞাই ৰহাকে আৰম্ভ কৰি নগাওঁ জিলাৰ পশ্চিম অঞ্চলসহ কামৰূপ জিলাৰ কিছু অংশ শাসন কৰি ৰজা উপাধি ধাৰণ কৰিছিল। ইতিপূৰ্বেই আমাৰ মায়ঙত ময়ন নামে এজন ৰজাই তেওঁৰ ৰাজধানী স্থাপন কৰিছিল। আৰিমত্তৰ মৃত্যুৰ পিচত পুতেক জোঙালবলহুৱে ৰহাত ৰাজধানী পাতি ৰাজত্ব কৰিছিল। মান-ভোট গোষ্ঠীৰ কছাৰী ভৌমিকসকলৰ এজন ভূঞাই নগাৱঁৰ দক্ষিণ অঞ্চলত অৰ্থাৎ কামপুৰ, যমুনামুখ আৰু ডবকা অঞ্চলত ৰাজত্ব কৰিছিল। এওঁলোকে হিন্দুধৰ্ম গ্ৰহণ কৰি ৰজা উপাধি লৈ দিনক দিনে প্ৰবল শক্তিশালী হয়। এই কছাৰী ৰজাই পশ্চিম অঞ্চলৰ ৰজা জোঙালবলহুলৈ ছোৱালী বিয়া দি মিত্ৰতা কৰিছিল। ইয়াৰ পিচত কছাৰী ৰজাই জোঙালবলহুৰ ৰাজ্য হস্তগত কৰি লয় আৰু নগাৱঁৰ আন আন সৰু ভূঞাসকলকো নিজৰ অধীনলৈ আনি গোটেই নগাওঁ আৰু গোলাঘাটৰ কিছু অংশত অপ্ৰতিদ্বন্দ্বী হিচাপে শাসনকাৰ্য চলায়। নগাৱঁৰ কছাৰী ৰজাৰ কোনো এটা দলে গৈ শ্ৰীহট্টৰ কিছু অংশ ত্ৰিপুৰা আৰু চট্টগ্ৰামৰ পৰ্বতীয়া অঞ্চলত ৰাজত্ব কৰি আছে। নগাৱঁত থকা কছাৰী ৰজাই তেওঁলোকৰ ৰাজ্য গোলাঘাটৰপৰা শিৰসাগৰৰ কিছু অংশ ধৰি কাছাৰ জিলা পৰ্যন্ত ৰাজত্ব কৰিছিল। খ্ৰীষ্টীয় চতুৰ্দশ শতিকাত ৰজা মহামাণিক্যৰ আদেশ মতে এই নগাৱঁৰ কন্দলি অঞ্চলৰ বিখ্যাত বৈষ্ণৱ ব্ৰাহ্মণ পণ্ডিত মাধৱ কন্দলিয়ে অসমীয়া ভাষাত ৰামায়ণ লেখে।

খ্ৰীষ্টীয় ১২২৮ অব্দত টাই জাতীয় আহোমসকলৰ এটা দল চুকাফাৰ নেতৃত্বত পাটকাই পৰ্বত অতিক্ৰম কৰি অসমৰ পূব অঞ্চল জয় কৰি ৰাজত্ব কৰে। আহোমৰজাসকলে লাহে লাহে স্থানীয় ভূঞাসকলক বশীভূত কৰি আৰু শদিয়াৰ চুটিয়া ৰজাসকলক ৰাজ্যচ্যুত কৰি নিজ ৰাজ্য বিস্তাৰ কৰে আৰু কছাৰী ৰাজ্যৰ সীমা পায়হি। আহোম ৰজাসকলে কছাৰী ৰজাসকলৰ লগত কেতিয়াবা যুদ্ধ আৰু কেতিয়াবা মিত্ৰতা কৰি কলঙকে সীমা ধৰি উভয় ৰজাই ৰাজত্ব কৰে। এই সময়ত ৰজা আৰু পুৰোহিতসকলৰ মইমতালিত গোটেই অসমত



শিক্ষাই-দীক্ষাই আৰু সংস্কৃতিত অৱনতি ঘটি চাৰিওফালে এটা ব্যভিচাৰৰ সোঁত ব'বলৈ ধৰিলে। বৌদ্ধ, বৈষ্ণৱ, শৈৱ আদি ধৰ্মমত সানমিহলি কৰি সকলো শক্তি তন্ত্ৰ বা শাক্তত মিলাই তন্ত্ৰ ধৰ্মৰ শক্তি বৃদ্ধি কৰা হ'ল। ইফালে ইখন ৰাজ্যই সিখন ৰাজ্যৰ লগত প্ৰায় মৰা-মৰি, কটা-কটি, যুঁজ-বাগৰ লাগি গোটেই অসমত এটা অশান্তিৰ আৱহাওৱাৰ সৃষ্টি কৰিছিল। এক কথাত ক'বলৈ গ'লে এই ডেৰশ-দুশ বছৰ অসমৰ সভ্যতা-সংস্কৃতিৰ আন্ধাৰ যুগ বুলি ক'ব পাৰি। এই অন্ধকাৰ যে অসমৰ মনিষীসকলৰ চকুত পৰা নাছিল এনে নহয়। কিন্তু ঘোৰ স্বাৰ্থান্ধ তান্ত্ৰিক পুৰোহিত আৰু তেওঁলোকৰ হাতৰ পুতলা ওপৰোক্ত ৰজাসকলৰ ভয়ত তেওঁলোক সকলো সময়তেই ত্ৰাস্তমান আছিল।

অসমীয়া জাতিক এই ঘোপমৰা অজ্ঞানতাৰ আন্ধাৰৰপৰা উদ্ধাৰ কৰিবৰ নিমিত্তে খ্ৰীষ্টীয় পঞ্চদশ শতিকাৰ মধ্য ভাগত অৰ্থাৎ ১৪৪৯ খ্ৰীষ্টাব্দত ( ১৩৭১ শক ) অসমৰ নাভিপদ্মস্বৰূপ এই পুণ্যভূমি ৰত্নপীঠতেই অসমৰ ৰত্ন, অসমীয়া জাতিৰ প্ৰাণপুৰুষ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে জন্ম গ্ৰহণ কৰি নগাৱঁত নবীনভাৱে দণ্ডায়মান হৈ জ্ঞানৰ শলিতা বন্তিগছি দাঙি ধৰিলে আৰু তাৰেই পোহৰত অসমৰ চতুৰ্সীমা নতুন তেজেৰে উদ্ভাসিত হৈ উঠিল। শঙ্কৰদেৱৰ আদিপুৰুষ লণ্ডাদেৱ গুৱাহাটীৰ অদূৰত থকা ৰৰনদীৰ পাৰত অৱস্থিত লেঙামাগুৰি বৰ্তমান লেঙা নামৰ গাঁৱৰ লোক আছিল। এই লেঙামাগুৰি গাৱঁলৈ পৰবৰ্তী কালত মাধৱদেৱ পুৰুষে শ্ৰীৰাম আতাক ( জাতিত নমোশূদ্ৰ ) লগত লৈ হাজোৰ ভলুকাৰ গজালি লক্ষীকান্ত আতৈৰ সত্ৰৰপৰা কণ্ঠভূষণৰ লগত দেখা কৰিবলৈ আৰু লগতে গুৰুজনাৰ পূৰ্বপুৰুষৰ জন্মস্থানত সেৱা জনাবলৈ খোজ কাঢ়ি গৈছিল। লণ্ডাদেৱৰ পিতৃপুৰুষৰ নাম পোৱা নাযায়। কিন্তু তেখেতৰ মাকৰ নাম পোৱা যায়। মাকৰ নাম কৃষ্ণকান্তি আৰু মাতামহৰ নাম হৰিবৰ গিৰি আছিল। এখেত খোৰাঘাট বৰ্তমান বগৰিবাৰী গাৱঁৰ লোক আছিল। লণ্ডাদেৱৰ পুত্ৰ

চণ্ডীবৰ বা দেৱীদাস লেঙামাগুৰি পৰিত্যাগ কৰি নগাৱঁৰ টেম্বুৱাণীত বসবাস কৰেহি। শৈৱ দেৱীদাসৰ প্ৰপৌত্ৰ ডেকাগিৰি বা শ্ৰীমন্ত শঙ্কৰে প্ৰবল প্ৰতাপী তান্ত্ৰিক পুৰোহিতসকললৈ ভ্ৰূক্ষেপ নকৰি ব্যভিচাৰ ৰীতি-নীতিৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে। তেখেতৰ পিতৃ-পুৰুষসকল শৈৱমতাৱলম্বী হোৱা সত্ত্বেও তান্ত্ৰিকসকলে শৈৱ ধৰ্মক তন্ত্ৰ মতবাদৰ লগত সানমিহলি কৰাৰ কাৰণে তাৰপৰা আঁতৰি লুপ্তপ্ৰায় প্ৰাচীন বৈষ্ণৱবাদ পুনৰ প্ৰচলন কৰিবৰ নিমিত্তে শ্ৰীমদ্ভাগৱত পুৰাণ, মহাভাৰত আৰু উপনিষদ আদি শাস্ত্ৰসমূহ মন্থন কৰিলে। বেদৰ আগম অৰ্থাৎ ক্ৰিয়াকাণ্ড বৰ্জন কৰি নিগম অৰ্থাৎ উপনিষদ আদি জ্ঞানকাণ্ডৰ আশ্ৰয় কৰি বৈষ্ণৱ ধৰ্মক প্ৰবৃত্তি প্ৰধান অৰ্থাৎ কৰ্মপ্ৰধান নিবৃত্তিমূলক অৰ্থাৎ নিষ্কাম কৰ্ম কৰি স্বতন্ত্ৰ সাঁচত ঢালি শৰণ ভজন আদি ( নাম আৰু ৰূপ = নামৰূপ ) অনাদি স্বৰূপ নামধৰ্ম প্ৰচাৰ কৰিলে। 'এতাৱন্ত মূৰ্তি শূন্য, কেনমতে চিন্তিবাহা, ৰাম বুলি শুদ্ধ কৰা মন'—এই মতবাদ প্ৰচাৰ কৰিবৰ নিমিত্তে পুথি লেখিলে। মহাপুৰুষে লগৰীয়া ৰাম ৰাম গুৰুক নিজৰ মতবাদ বুজালে ; তেওঁ তাকে সমৰ্থন কৰিলে। শিলঘাটৰ ডেকা সোণৰ বণিয়া হৰিদাসক লগ পাই শঙ্কৰে নিজৰ মতবাদ জনালে। হৰিদাস বণিয়া মুগ্ধ হ'ল, সেই মতবাদ অনুমোদন কৰিলে আৰু শঙ্কৰৰ ওচৰত সৰ্বপ্ৰথম শৰণ মন্ত্ৰ গ্ৰহণ কৰি শৰণ ধৰ্মৰ বাট মোকোলাই দিলে। শঙ্কৰে হৰিদাসক ক'লে, "হৰিদাস, ইমান দিনে সোণৰ বণিয়া আছিলা, আজিৰপৰা আমাৰ লগত ধৰ্মৰ বণিয়া হোৱা।" হৰিদাসে শৰণ ধৰ্মত দীক্ষিত হৈ ঠোক মেলা কল-ডিলৰ দৰে ধৰ্মত দোঁ খাই গৃহলৈ উভতিল। কলীয়াবৰৰ ভীমা বায়ন ( কৈৱৰ্ত ), গন্ধীয়া গায়ন ( কৈৱৰ্ত ), আৰু লক্ষ্মণ ওজা ( বণিয়া )ক লগ ধৰি শঙ্কৰৰ মতবাদ শুনালে। তেওঁলোকে নতুন ধৰ্মমতৰ কথা শুনি সোৱাদ পালে আৰু ভালকৈ বুজিবৰ নিমিত্তে ইচ্ছা প্ৰকাশ কৰিলে। তেতিয়া তেওঁ-লোকক লগত লৈ গৈ শঙ্কৰৰ ওচৰত ভেটাই দিলে। শঙ্কৰদেৱে তেওঁলোকক ভক্তিবাদ আৰু শৰণ ধৰ্ম বুজালে। বৌদ্ধ ধৰ্মৰ মহাজান



পন্থাৰ ভক্তিবাদত গলি থকা বৌদ্ধ শৰণৰ ভূ-পোৱা কৈৱৰ্ত-বনিয়াই অতি সহজে শঙ্কৰৰ সেই ভক্তিবাদ আৰু শৰণ ধৰ্মৰ মৰ্ম উপলব্ধি কৰিব পাৰিলে। তেওঁলোকে শঙ্কৰত শৰণ ল'লে আৰু ভকত হ'ল। শঙ্কৰেও এওঁলোকক পাই সুখী হ'ল আৰু নতুন পোহৰৰ সন্ধান পালে। শঙ্কৰে চিহ্ন-যাত্ৰা নাট লেখিলে, কপিলি নৈৰ পাৰৰপৰা কুমাৰ আনি ভীমা বায়নৰ মনোমত কৰি খোল গঢ়ালে, কঁহাৰক দি গন্ধীয়া গায়নে তাল সজালে, অলাগতিয়াল হৈ পৰি থকা খনিকৰ আদি শিল্পীসকলক মুখা আদি চোঁ সজা আৰু চিত্ৰ আঁকা কামত লগালেহি। অসমীয়াৰ লুপ্তপ্ৰায় সংস্কৃতিৰ সুৰ-সঞ্চাৰ, তাল-মান, গীত-বাদ্য আৰু নৃত্য-কলাই বটদ্ৰৱাত নতুন জীৱন লভি জয়যাত্ৰা কৰিলে। প্ৰকাশ্যভাৱে চিহ্নযাত্ৰা ভাওনা বা ভাৱনা পাতিলে। ওচৰ-চুবুৰীয়া গাওঁ-ভূঁইবিলাকৰপৰা আবাল-বৃদ্ধ-বনিতাই উবুৰি খাই ভাওনা চালেহি। ভাওনা চাই অগণন নৰ-নাৰীয়ে বিস্ময় মানিলে। দিকে দিকে শ্ৰীশঙ্কৰৰ নাম-যশ বিয়পি পৰিল। ঠায়ে ঠায়ে ৰভা পাতি নটুৱা নচুৱাই লক্ষ্মণ ওজাক দি ওজাপালি গোৱাই, নাগেৰা বজাই, লগতে চাপৰি বজাই ভকতসকলৰে দল বান্ধি জাত লগাই হৰিনাম ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। নামৰ ধ্বনি গৈ অসমৰ পৰ্বতে-কন্দৰে ঠেকা খাই পুনঃ ভৈয়ামলৈ উভতি আহিল। ভৈয়ামৰ প্ৰতি গাৱঁৰ পথাৰে-ঘৰে, বাটে-ঘাটে থকা নৰ-নাৰীৰ অন্তৰে-বাহিৰে হৰি, ৰাম, কৃষ্ণ, নাৰায়ণ নাম প্ৰতিধ্বনিত হৈ উঠিল। দলে দলে মানুহ আহি মূৰ খুৰাই শৰণ লৈ নাম-মন্ত্ৰ গ্ৰহণ কৰিবলৈ ধৰিলে। কন্দলি বংশৰ ব্ৰাহ্মণ পণ্ডিতসকল আহি শঙ্কৰত শৰণ লৈ নাম-ধৰ্ম গ্ৰহণ কৰিলে। কৈৱৰ্ত ধ্ৰুজাই আহি শ্ৰীমন্ত শঙ্কৰৰ গুণত মুগ্ধ হৈ ধৰ্ম বস্তু হাত পাতি ললেহি আৰু অৱশিষ্ট জীৱন আলধৰা ৰূপে গুৰুজনাৰ সেৱা কাৰ্যতে অতিবাহিত কৰিলে।

ধ্ৰুজা আতৈৰ মুখত শঙ্কৰৰ নাম ধৰ্মৰ মাহাত্ম্যৰ কথা শুনি তেওঁৰে দুহিতা যোগমায়াৰ গৰ্ভজাত সন্তান সুমথিবাৰ মন গলিল আৰু

শ্ৰীশঙ্কৰৰ আশ্ৰয় ল'লে। শঙ্কৰদেৱেও তেওঁৰ পৰীক্ষা ল'লে গাওঁ সংগঠনৰ মাজেদি। বানপানী বোধ কৰিবৰ কাৰণে টেম্বুৱানী জান বান্ধিবলৈ শঙ্কৰে ওচৰ-চুবুৰীয়া গাৱঁৰ সকলো নৰ-নাৰীক আহ্বান কৰিলে। পুৰুষসকলো আহিল, কিন্তু লাজত নাৰীসকল নাহিল। "পুৰুষে নাৰীয়ে হৈবা একমতি, তেবেসে সিজিব হৰিত ভকতি"— এই আষাৰ ফকৰা মহাপুৰুষে মাতিলে। তেতিয়া সুমথিৰাই গুৰু-জনাৰ আজ্ঞা শিৰত লৈ স্বামীৰ চৰণত মতি ৰাখি লাজ-চৰম তিয়াগি খড়া পাচি লৈ আহি একান্ত ভকতিৰ পৰাকাষ্ঠা দেখুৱাই পাচিয়ে পাচিয়ে সেই জানৰ ভেটাত মাটি দিবলৈ ধৰিলে। পুৰুষসকলে নতুন প্ৰেৰণা পালে আৰু দ্বিগুণ উৎসাহেৰে মাটি দি জান বন্ধ কৰি দিলে। এই সৰ্বপ্ৰথম অসমীয়া নাৰীয়ে প্ৰকাশ্যভাৱে পুৰুষৰ সমানে সমানে গাওঁ সংগঠনত হাত মিলালে। শঙ্কৰ গুৰু সুমথিৰাৰ কামত আৰু ভক্তিত সুখী হ'ল। শ্ৰীকৃষ্ণৰ অনন্য ভক্তিৰ সেৱিকা গোপী শান্তি ৰাধিকাৰ লগত তুলনা কৰি সকলো উপস্থিত ৰাইজৰ মাজত সুমথিৰাৰ কাৰ্য প্ৰশংসা কৰিলে আৰু ৰাধিকা শান্তি উপাধিৰে তেওঁক ভূষিত কৰিলে। টেম্বুৱানী জানে শান্তি জান নাম গ্ৰহণ কৰি আজিও ৰাধিকাৰ স্মৃতি জীয়াই ৰাখিছে। ৰাধিকা শান্তিয়ে অসমীয়া নাৰী সমাজৰ মাজত প্ৰকৃত ধৰ্মৰ আদৰ্শ দাঙি ধৰি অমৰ হৈ ৰ'ল। এই ৰাধিকা শান্তি পুণ্যভূমি নগাৱঁৰেই জীয়ৰী।

### মাধৱপুৰুষৰ লগত শঙ্কৰৰ মিলন

শঙ্কৰদেৱে ভকতসকলক লগত লৈ গায়নে-বায়নে, গীতে-মাতে উজাই গৈ বেলৱগুৰি বা ধোৱাঁহাটত বাহৰ পাতি নাম-কীৰ্তন কৰি নাম ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। উত্তৰপৰীয়া শাক্ত মাধৱে ভনী-জোঁৱাই হোকোৰাকুছীয়া ৰামদাসক লগত লৈ আহি এই ঠাইতেই শঙ্কৰক লগ ধৰি বাদ কৰিলে আৰু সকলো প্ৰশ্নৰ উত্তৰ তন্নতন্নকৈ বুজি ল'লে। অৱশেষত শঙ্কৰৰ মতবাদ



মানি লৈ শঙ্কৰৰ শৰণ ধৰ্ম গ্ৰহণ কৰিলে। এইবাৰ মণি-কাঞ্চন লগ লাগিল। হৰিখাঁ বৰভূঞাৰ জীয়াৰী শঙ্কৰৰ প্ৰথমা ভাৰ্যা সূৰ্যৱতীৰ একমাত্ৰ সন্তান মনু বা ৰুক্মিণীলৈ বখা ঘৰজোঁৱাই অৰ্থাৎ ৰামচন্দ্ৰৰ পুত্ৰ হৰিজোঁৱায়ো আহি শঙ্কৰৰ লগত যোগ দিলেহি। যৱন দৰ্জী চান্দখাঁও আহি লগ লাগিল। কছাৰীৰ জাতিৰামো লগ লাগি এইবাৰ খোলে-তালে, গীত-মাত গাই ছকুৰি ভকতক লৈ সমদলে ধৰ্মৰাজ্য প্ৰতিষ্ঠাৰ কাৰণে জয়যাত্ৰা কৰিলে। তান্ত্ৰিক পুৰোহিতসকলে মনত প্ৰমাদ গণিলে। দেৱীপূজাত বলিদান দিয়া বন্ধ হৈ গ'ল। জাকে-জাকে, দলে-দলে ব্ৰহ্মপুত্ৰৰ দুই পাৰৰ লোক আহি শৰণ ধৰ্ম আৰু নাম-মন্ত্ৰ গ্ৰহণ কৰিলে। ঠায়ে ঠায়ে সজ্ঘ বা সত্ৰ স্থাপন কৰি গীত-মাত, খোল-তাল, নটুৱা-নৃত্য, ওজাপালি, নাট-ভাওনা, পুথি-পাজি লেখা-পঢ়া, শিল্প-কলা আদি বহুমুখী প্ৰতিভাৰে জ্ঞান আৰু নৈতিক শক্তিৰ দ্বাৰা জাতিৰ সভ্যতা, সংস্কৃতি বিস্তাৰ কৰিবলৈ ধৰিলে। উজনি অসম ঘূৰি ফুৰি ধোৱাঁৰ-হাট পালেহি। ইয়াৰ ভিতৰতে সিংহাসনত ৰজা অদল-বদল হ'ল। ৰজাসকলৰ মতো পৰিৱৰ্তন হ'ল। কাৰণ তান্ত্ৰিক পূজাৰীসকলে ৰজাৰ কাণত হকে বিহকে এটাৰ পিচত এটাকৈ শঙ্কৰৰ বিৰুদ্ধে নলগোৱাকৈ নাছিল। উজনীৰ আহোম আৰু কছাৰী উভয় ৰজাৰ মনেই কলুষিত কৰাইছিল। লাহে লাহে ভকতসকলৰ ওপৰত নিৰ্যাতন আৰম্ভ হ'ল। শঙ্কৰৰ বিৰুদ্ধে ৰাজমতো প্ৰতিষ্ঠিত হ'ল। মিছা অভিযোগতেই জোঁৱাই হৰি আৰু মাধৱ ৰাজকোপানলত পৰি ৰাজবন্দী হ'ল। মাধৱে কোনো প্ৰকাৰে মেলানি পালে ; কিন্তু হৰি জোঁৱায়ে ধৰ্মৰ হকে প্ৰথম ঘাটকৰ হাতৰ তৰোৱালৰ আগত ডিঙি দিলে। বৈষ্ণৱ উত্থানৰ ইতিহাসত হৰি জোঁৱাইৰ নাম অমৰ হৈ ৰ'ল। শঙ্কৰক ধৰিবৰ নিমিত্তে লোক পাচিলে। ভকতসকলে ভু পাই ৰাতিয়েই কল গছ কাটি ভুঁৰ বান্ধি গুৰুজনক লৈ ব্ৰহ্মপুত্ৰৰ ভটিয়নী পানীত ভাটীৰ নৰনাৰায়ণ ৰাজ্যলৈ ভুঁৰ মেলি দিলে। ব্ৰাহ্মণ ভাস্কৰ গুৰুও লগতে গ'ল। পিচত নগাৱঁৰেই দেৱ দামোদৰ

গ'ল আৰু ধৰ্মবস্তু ধৰিলেগৈ। শঙ্কৰে উজনী খণ্ডত ধৰ্মৰ জুই জ্বলাই এইবাৰ নামনিত ধৰ্মৰ পোহাৰ মেলিলেগৈ। শঙ্কৰে অসমক জ্ঞান-ধৰ্ম দিলে, নতুন ভাষা আৰু অপাৰ সাহিত্য দিলে, নাট-নৃত্য, গীত-বাদ্য, সুৰ-তাল, বিভিন্ন শিল্পকলা পুনৰ উদ্ধাৰ কৰিলে; ধৃতি-নীতি আদি সদাচাৰ সংস্কাৰ কৰিলে। গাৱেঁ গাৱেঁ নামঘৰ দিলে; খেল বান্ধিলে, ৰাজহুৱা ধানৰ ভঁৰাল বান্ধিলে, নিজ নিজ সমাজ বা গাৱঁৰ সৰাহে-ভোজে ঘৰুৱা বিচাৰালয় দিলে, ব্ৰাহ্মণৰপৰা যবনলৈকে সকলো মানুহৰ মাজত সাম্যভাৱ আৰু গুণৱন্তৰ পূজা আৰু সন্মান বিৰাজ কৰালে। মুঠতে কবলৈ গ'লে শঙ্কৰে অসমীয়াক নতুন প্ৰাণ দি জীয়াই তুলিলে। শঙ্কৰৰ দৰে মহাপুৰুষক জন্ম দি নগাওঁ তথা অসমভূমি ধন্য হ'ল। এই পবিত্ৰ তীৰ্থক্ষেত্ৰতেই জন্ম লভিছিল প্ৰসিদ্ধ মহাপুৰুষীয়া বৈষ্ণৱ মতৰ ব্ৰহ্ম সংহতিৰ আদি দেৱ দামোদৰ; আৰু এই নগাৱঁৰেই কপিলা গঙ্গাৰ পাৰৰ সন্তান শ্ৰীচন্দ্ৰ ভাৰতীয়ে ভাগৱত পুৰাণৰ ভাঙনি কৰিছিল।

ইয়াৰ ভিতৰতে কিমান যে ৰাষ্ট্ৰ বিপ্লৱ পাৰ হৈ গ'ল তাৰ ইয়ত্তা নাই। মোগল সেনাপতি তুৰ্বক আহি সদলবলে অসম আক্ৰমণ কৰিলে। মোগল বঙালৰ লগত অসমীয়াৰ ঘোৰ ৰণ লাগিল, অসম সেনাপতি কন্‌চেং বৰগোহাঁই ৰণত পৰিলত এই নগাৱঁৰেই বীৰাঙ্গনা মূলাগাভৰুৱে স্বামীহন্তাৰ প্ৰতিহিংসা লবৰ নিমিত্তে আৰু জননী জন্মভূমিক বিদেশীৰ হাতৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে নগঞা গাভৰু দলক হাতত অস্ত্ৰ-শস্ত্ৰ দি ৰণ সাজ সজাই লৈ এই কলীয়াবৰৰপৰা ডিকৰাই মুখত মোগলৰ লগত ৰণ দিবলৈ গৈছিল। ৰণত বিদেশী মোগল বঙালক কচু কটা দি পিয়াপি লগাইছিল। অৱশেষত বীৰাঙ্গনাইঁতে ৰণত প্ৰাণ বিসৰ্জন দি অসমীয়া নাৰী জাতিৰ বীৰত্বৰ অক্ষয় কীৰ্তি ৰাখি গ'ল। মানৰ লগত লতা-কটা ৰণ কৰিবলৈ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ নেতৃত্বত এই নগঞা সেনাই বহাৰপৰা যাত্ৰা কৰিছিল যাৰ ভয়ত মানসেনা দূৰতে বিদূৰ হৈছিল।

কিছুমান তান্ত্ৰিক কুচক্ৰী ব্ৰাহ্মণৰ উচটনিত পৰি অদূৰদৰ্শী



কেইজনমান ৰজাই অনৰ্থক প্ৰজাৰ ধৰ্মত হস্তক্ষেপ কৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰকসকলৰ ওপৰত নিৰ্যাতন আৰু অত্যাচাৰ কৰাত প্ৰজাসাধাৰণৰ উমি উমি জ্বলি থকা জুই এদিন দপ্‌দপ্‌কৈ বিপ্লৱ আকাৰে জ্বলি উঠিল। এই অতিষ্ঠ জনগণৰ উদ্‌গীৰণে যি বিপ্লৱৰ সৃষ্টি কৰিলে সি বুৰঞ্জীৰ পাতত মোৱামৰীয়া বিদ্ৰোহ নামে জনাজাত হৈ ৰ'ল। এই বিপ্লৱত নগঞা জনগণেও নগাৱঁৰ বীৰ সন্তান সেন্দূৰী হাজৰিকাৰ নেতৃত্বত যোগদান দিলে। বিপ্লৱীসকলে যেতিয়া গড়গাওঁ আক্ৰমণ কৰিলে তেতিয়া ৰজা গৌৰীনাথ সিংহই কোনোমতে পলাই ভটিয়াই আহি নগাৱঁত আশ্ৰয় লৈছিলহি। সেই সময়ৰ বিপ্লৱী জনসাধাৰণে অত্যাচাৰী ৰজাক আশ্ৰয় নিদিয়াৰ কথা গম পাই ৰজাই ততালিকে নগাওঁ ত্যাগ কৰি ভাটীৰ ফালে পলাই যায়। বিপ্লৱীসকলে পিচে পিচে খেদিছিল যদিও লগ ধৰিব নোৱাৰিলে। নগাওঁবাসীয়ে 'ৰজাখেদা নগঞা' নাম পালে। বিপ্লৱী জনতাৰ প্ৰতাপত গুৱাহাটীতো ৰজাই আশ্ৰয় ল'ব নোৱাৰি গোৱালপাৰাত গৈ ইংৰাজ কোম্পানীৰ আশ্ৰয় ল'লেগৈ। ইংৰাজ কাপ্তান চাহাবে তেওঁৰ চিপাহী পল্টন লৈ ৰজাক সহায় কৰিলে। গুৱাহাটী উদ্ধাৰ কৰি দৰং হৈ যেতিয়া নগাওঁ পালেহি তেতিয়া নগঞা বিপ্লৱী জনগণে নিৰ্বিবাদে দেশ এৰি নিদিলে। কেইবাদিনো ধৰি ইংৰাজ পল্টনৰ লগত ঘোৰ ৰণ দিলে। ইংৰাজ সেনাই বেচ ভালদৰেই নগঞা বিপ্লৱীৰ হাতত লটি-ঘটি হ'বলগীয়াত পৰিছিল। অৱশেষত বিশৃঙ্খল আৰু উন্নত অস্ত্ৰ-শস্ত্ৰবিহীন বিদ্ৰোহী-সকলৰ বহুতে প্ৰবল শক্তিৰ হাতত পৰাজিত হৈ প্ৰাণ দিলে। এইদৰে ইংৰাজ পল্টনৰ সহায়ত ৰাজ্য উদ্ধাৰ কৰি গৌৰীনাথ সিংহই ৰাজ-সিংহাসন পুনৰ প্ৰতিষ্ঠা কৰিলে। এই বিপ্লৱ এই ৰূপে এনে প্ৰবল আকাৰ ধাৰণ কৰিছিল যে মানুহৰ খেতি-বাতি তেনেই উছন্ন হৈ মহা আকাল আৰম্ভ হয়। এই আকালত এটেমি চাউলৰ দাম এটকা ৰূপলৈকে উঠিছিল। মানুহ মৰি-হাজি খান্তাং হৈছিল। কোনো কোনোৱে অভক্ষ ভক্ষণ কৰিহে প্ৰাণ ৰক্ষা কৰিছিল। মানুহে বাৰী-ঘৰ এৰি দিহিঙে দিপাঙে গ'ল। এইবাৰ ৰাজবিদ্ৰোহীবিলাকক

ভালকৈ এসেকা দিলে। কাৰো পুলিয়ে-পোখাই উঘালিলে। এনে সময়ত সুযোগ পাই তান্ত্ৰিক ব্ৰাহ্মণসকলে জাতীয় কলঙ্কস্বৰূপ কৌলিন্য প্ৰথা অসমীয়াৰ মাজত কালৰূপে প্ৰৱেশ কৰালে। চতুৰ্ভুজ আৰু পুৰুষোত্তম ঠাকুৰৰ আই মাতৃয়ে ওভোতাই পঠিওৱা বঙালী স্মৃতিকাৰক ৰঘুনন্দন ভট্টাচাৰ্য মত প্ৰৱৰ্তন হ'ল। সেইমত কৈৱৰ্ত, বনিয়া, আহোম, কোচ, চুটিয়া আৰু কেওঁট আদিৰপৰা সমুদ্ভুত বৈষ্ণৱ গোসাঁই-মহন্তসকলেও ৰাজদণ্ডৰ ভয়ত নিৰ্বিবাদে মানি ল'লে। আৰু তেওঁলোকক নিৰাকাৰ নামধৰ্মৰ লগত মূৰ্তি পূজা কৰিবলৈ বাধ্য কৰালে। প্ৰতিহিংসা চৰিতাৰ্থ কৰিবৰ নিমিত্তে ৰাজ আদেশৰ জৰিয়তে কোনো কোনো সম্প্ৰদায়ৰ মানুহক ভাটী দেশৰ ডোম, হাড়ি জাতিৰ দৰে ঘৃণাসূচক নামেৰে মাতিবলৈ হুকুম জাৰি কৰিলে। কৈৱৰ্ত-বনিয়াৰ লগতে অনেক সম্প্ৰদায়ৰ লোকৰো এই দশা হ'ল। অনেক কুল লুকুৱাই কলিতা, নদীয়াল, বৃত্তিয়াল, নাথ আদি নানান নাম গ্ৰহণ কৰি নানা সম্প্ৰদায় বা ব্যৱসায়ৰ মানুহ নানা জাতৰ মাজত সোমাই আত্মগোপন কৰিলে।

অসমৰ এই অন্তৰ্বিপ্লৱ আৰু বিদ্বেষৰ দুৰ্বলতাৰ চেগ চাই থকা মানক বদন বৰফুকনে নিজৰ স্বাৰ্থ পূৰণৰ কাৰণে লগ ধৰি মাতি আনি-লেগৈ। "এনেয়ে বুঢ়ী নাচনী তাতে নাতিনীয়েকৰ বিয়া।" ঘৰভেদি বদনৰ মুখত অসমৰ ভিতৰৰ ফোপোলা অৱস্থাটোৰ কথা গম পাই মান বিশ্বাশৰদে আহিল। মান অহা গম পাই অনেকে নিজৰ স্বাৰ্থ পূৰাবৰ নিমিত্তে মানৰ লগত মান সাজিলে। চাওঁতে চাওঁতে মান আহি দেশ সোমাই লণ্ড-ভণ্ড কৰি এফালৰপৰা ছাৰখাৰ কৰিবলৈ ধৰিলে। ৰজা পলাই ফাট্ মাৰি বঙাল দেশত থকা ইংৰাজ কোম্পানীৰ আশ্ৰয় ল'লেগৈ। স্বাধীনতাকামী অসমীয়াই গৃহ-বিবাদত জুৰুলা হ'লেও মানক যে বিনা প্ৰতিৰোধে অসম এৰি দিছিল, এনে নহয়। ঠায়ে ঠায়ে দেশভক্তসকলে মানৰ লগত যুঁজ কৰি প্ৰাণ বলি দিলে। অসমৰ এই বিপদৰ সময়ত নগঞা ৰাইজে ঠায়ে ঠায়ে মানসেনাৰ লগত ভালদৰেই প্ৰতিৰোধ কৰি ৰণ দিলে।



কিন্তু হাঁয়! নগঞা জুৰুলা, অস্ত্ৰ-শস্ত্ৰবিহীন দেশভক্ত বীৰ দলে মাতৃভূমিক শক্তিশালী বিদেশী শত্ৰু-সেনা আৰু ঘৰ বিভীষণৰ হাতৰপৰা ৰক্ষা কৰিব নোৱাৰি প্ৰাণ বলি দিব লগা হ'ল। অসম মানৰ হাতলৈ গ'ল।

মান খেদিবৰ নিমিত্তে নতুন ব্যৱস্থা হ'ল। মান খেদিবলৈ খাল কাটি সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰে থকা ইংৰাজ বণিক কুম্ভীৰক মাতি অনা হ'ল। ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত মানৰ লগত ইংৰাজৰ সন্ধি হোৱাত সেই সন্ধিমতে ইংৰাজ কুম্ভীৰে গোটেই অসম গিলিলে। অসমৰ স্বাধীনতা সূৰ্য চিৰকাললৈ অস্তমিত হ'ল। বনিয়া ইংৰাজে বেপাৰ বাণিজ্য কৰি অসমক লুটিবলৈ ধৰিলে। কম দামত সূতা-কাপোৰ বেচি মানুহক লোভ দেখুৱাই বোৱন-কাটন শিল্প ধ্বংসপ্ৰায় কৰিলে। অসমৰ মানুহে আফুখেতি কৰি আফুগুটি আৰু তাৰ আঠাৰে কানি খোৱা দেখি ইংৰাজ বেপাৰী গৱৰ্ণমেণ্টে পেটে পেটে আনন্দ পালে। কাৰণ ইংৰাজে কানি খুৱাই গোটেই জাতিটোকে পঙ্গু কৰি গোলাম কৰি ৰাখিব পাৰিব আৰু নিজ হাতলৈ এই ব্যৱসায় আনি কোম্পানী লাভবান হ'ব পাৰিব। এই বিবেচনা কৰি তেওঁলোকে মুখত মৌ অন্তৰত গৰল ৰাখি অসমীয়া জাতিৰ হিতাকাঙ্ক্ষীৰ মুখা পিন্ধিলে আৰু প্ৰচাৰ কৰিলে যে আফুখেতি কৰা বেয়া— ইয়াক উঠাই দিয়া হ'ব। এই ঘোষণা শুনাবৰ নিমিত্তে নগাৰঁৰ ফুলগুৰিলৈ নগঞা ৰাইজক আহ্বান কৰিলে। বিপ্লৱী নগঞা ৰাইজে ইংৰাজ গৱৰ্ণমেণ্টৰ এই মনোভাৱত অসন্তুষ্ট হৈ উঠিল। ইগাওঁ সিগাৱঁত কোৱাকুই কৰি প্ৰকাশ্যে বিদ্ৰোহ কৰিবলৈ প্ৰস্তুত হ'ল। নগঞা জনগণে দলে বলে হাতত ধনু-কাঁড় লৈ "হয় হুকুম উঠাম, নহয় ইংৰাজৰ লগত ধেৰা দিম" সঙ্কল্প কৰি ফুলগুৰিৰ হাতখোলাত সমবেত হ'লগৈ। ইংৰাজ কোম্পানীৰ তলতীয়া হ'লেও অসমীয়াৰ স্বাধীন তেজ তেতিয়ালৈকে মানুহৰ শিৰে শিৰে বৈ আছিল। সেই কাৰণেই কোনো সংগঠন নোহোৱাকৈ বা কোনো নেতাৰ সহায় নোলোৱাকৈ আপোনা-আপুনিয়েই নিজ মনে জানি এই বিদ্ৰোহ

কৰিবলৈ প্ৰস্তুত হৈ আহিছিল। চাৰিওফালৰ নগঞা ৰাইজ সমবেত হ'ল বিদ্ৰোহী মনোভাব লৈ। শ্বেতকায় ইংৰাজ ডেকা ৰাজ কৰ্মচাৰী সগৰ্বে আহি ৰাইজৰ মাজত বহি ইংৰাজ গৱৰ্ণমেণ্টৰ সেই নিষেধ হুকুম শুনালে। ৰাইজৰ মাজত গোজ-গোজনি উঠিল। কিছুমানে উঠি ইফাল সিফালৰপৰা প্ৰতিবাদ জনালে যে এই হুকুম উঠাই দিব লাগে। নগঞা বীৰ নৰ চিং, চিপ্ চিং লালুং আৰু দেওবালি গাৱঁৰ বাহুবলী কৈৱৰ্তৰ লাখুটিৰ কোবত ইংৰাজ চাহাবৰ দেহা মাটিত বাগৰি পৰিল। শৱদেহ নি পানীত পেলাই দিলে। যিজাক পল্টন জিলাৰ বৰচাহাবৰ লগত আহিছিল, তেওঁলোকে প্ৰমাদ গণিলে। কোনো প্ৰকাৰে বন্দুক ফুটাই প্ৰাণ লৈ প্ৰস্থান কৰিলে। পিচত বিদ্ৰোহ দমিত হ'ল। নৰ্ চিং, চিপ্ চিং আৰু বাহুবলী কৈৱৰ্ত আদি বীৰ কেইজনক গ্ৰেপ্তাৰ কৰি বিচাৰ কৰিলে। ৰাজদ্ৰোহ অভিযোগত অভিযুক্ত কৰি বীৰ চিপ্ চিঙক ফাঁচিৰ মঞ্চত উঠালে আৰু বীৰ বাহুবলীক যাৱজ্জীৱন দ্বীপান্তৰ ভোগ কৰালে। এইদৰে বীৰসকলে ফুলগুৰিৰ বিদ্ৰোহ নামে বুৰঞ্জীৰ সোণালী পাতত নাম ৰাখি অমৰ ধামলৈ গুচি গ'ল। কিন্তু বিদেশী বেপাৰী গৱৰ্ণমেণ্টে অসমৰপৰা আফুখেতি উঠাই নি ন্যায়ৰ মৰ্যাদা ৰক্ষা কৰিব নোৱাৰিলে। অসমীয়াৰ হাতৰপৰা আফুখেতি উঠাই নি নিজৰ তত্বাৱধানত বিহাৰত আফুখেতি কৰাই কানি বৰ বিহ মোনে মোনে আনি অসমীয়াক খুৱাই বীৰ্যহীন কৰি তুলিবলৈ নেৰিলে। বিদেশীৰ এই ভদ্ৰবেশী বৰ্বৰতাক কোনো চেতনাশীল জনগণে বৰঘৰত ঠাই দিব পাৰেনে? গতিকে সুদীৰ্ঘ ছকুৰি উনৈশ বছৰৰ পিচত নগাৱঁৰ জনগণ পুনৰ জাগ্ৰত হৈ উঠিল।

## কংগ্ৰেছৰ আন্দোলন

১৯১৪ খ্ৰীষ্টাব্দৰপৰা লগা প্ৰথম মহাসমৰত ভাৰতবাসীয়ে ধনে জনে সহায় কৰি বৃটিছক ৰণত জয়ী কৰাৰ ফলত ভাৰতক স্বায়ত্ত-শাসন



দিয়াৰ প্ৰতিশ্ৰুতিৰ বিনিময়ত পঞ্জাৱত পাঁচজন ভাই-ককাইয়ে একেলগে বহিব নোৱাৰা যি আইন ৰাওলট্ চাহাবে জাৰি কৰিলে, তাৰেই ফলস্বৰূপে বাহিৰ হ'ল ১৯১৯ খ্ৰীষ্টাব্দৰ ১৩ এপ্ৰিল তাৰিখে জালিয়ানৱালাবাগ নামৰ ঠাইত শিশুকে আদি কৰি নিৰপৰাধী নৰ-নাৰীৰ হত্যাকাণ্ড। স্বাধীনতাৰ পৰিৱৰ্তে পঞ্জাৱৰ শিশু-বৃদ্ধ নৰ-নাৰীৰ তপত তেজেৰে ভাৰতবাসীক পুৰস্কৃত কৰিলে। তাকেই লৈ দৰিদ্ৰ পূজাৰী মহাত্মা গান্ধীয়ে অহিংস অসহযোগৰ জয়-যাত্ৰা আৰম্ভ কৰিলে। মহাত্মা গান্ধীৰ আহ্বানত ভাৰতৰ আসমুদ্ৰ হিমাচলে হেন্দোলনি ল'লে। এই হেন্দোলনিৰ কোবত নগাওঁবাসীও জিকাৰ খাই উঠিল। ইতিপূৰ্বে এই পুণ্যভূমি নগাৱঁৰ বহাতেই অসমৰ সৰ্বপ্ৰথম জাতীয় বিদ্যালয় এখনি সুপ্ৰতিষ্ঠিত হৈছিল প্ৰবীণ নেতা কনকচন্দ্ৰ শৰ্মাদেৱৰ নেতৃত্বত। এই বিদ্যালয়কেই কেন্দ্ৰ কৰি মহাত্মা গান্ধীৰ সংগঠনমূলক কাৰ্য আৰম্ভ হয়। অসমীয়াৰ বৰবিহ কানি নিৰ্মূল কৰিবৰ নিমিত্তে এই বিদ্যালয়ৰ শিক্ষক আৰু ছাত্ৰসকলে দল বান্ধি বান্ধি গাৱেঁ গাৱেঁ অভিযান আৰম্ভ কৰিলে। পশ্চিমে মায়ঙৰ-পৰা আৰম্ভ কৰি গাড়ীয়ে গাড়ীয়ে কানি, ভাং খোৱা হোকা-ছিলিম আৰু নলিছা আদিৰে বোজাই হৈ বহা পালেহি। চাৰিও-ফালৰ আন আন গাৱঁৰপৰাও জাৰি জোকাৰি আনি জমা কৰিলেহি। বিদ্যালয় প্ৰাঙ্গণ পথাৰত পৰ্বত আকাৰে হোকা-ছিলিম আৰু নলিছাৰ দ'ম হ'ল। জয়ধ্বনিৰে অগ্নিসংযোগ কৰি কানি-মেধ যজ্ঞ আৰম্ভ কৰা হ'ল। এই হোমৰ গোন্ধে গোটেই নগাওঁ প্লাৱিত কৰিলে। পঞ্চায়তকে আৰম্ভ কৰি গাওঁ সংগঠন কাৰ্য আৰম্ভ হ'ল। বিশ্বাসঘাটক জবানঘাটা গৱৰ্ণমেণ্টে উঠাই দিম বুলি ঘোষণা কৰা কানি বৰবিহ সিহঁতৰেই হাতত পৰি এতিয়া বিহ গুচি অমৃতত পৰিণত হ'ল। এই অমৃতকেই খুৱাই অসমীয়া জাতিক অমৰ ধামলৈ নিয়াৰ যি ব্যৱস্থা কৰিছিল, সেই সুযোগ গ্ৰহণ নকৰি মন্দমতি নগঞাই এই অমৃত পান নকৰি এই মৰ্ত্য ধামতেই জীয়াই থাকিবলৈ জিদ্ কৰিলে। নগাৱঁৰেই নন্দ ডেকা প্ৰমুখ্যে যুৱক দলে জাগীৰোডত বৰবিহ কানি

কিনা বৰ্জন আন্দোলন কৰিবলৈ গৈ বিদেশী ইংৰাজ গৱৰ্ণমেণ্টৰ ভাৰত হিতৈষী মুখাখন আজুৰি টানি পেলালে। কানি পিকেটিং কৰা অভিযোগত অসমত সৰ্বপ্ৰথম গ্ৰেপ্তাৰ হ'ল নন্দ ডেকা, বংশ ভড়ালী আৰু ধনীৰাম লালুং আদি যুৱকদল। নগাওঁৰ জাগীৰ যুৱকে অসমক জাগ্ৰত কৰিলে। গুৱাহাটী আৰু নগাওঁৰ ছাত্ৰই দলে দলে জাকে জাকে জাগীলৈ অহা-যোৱা কৰা কি যে অপূৰ্ব দৃশ্য! সকলোৰে অন্তৰত কি যে উৎসাহ, কি যে সেই জাগ্ৰত মনোভাৱ! ১৯২১ চনৰ স্বাধীনতা আন্দোলনত নগাওঁৱে অসমৰ আগ ঠাই অধিকাৰ কৰিছিল। ১৯২৬ খ্ৰীষ্টাব্দত ভাৰতীয় জাতীয় মহাসভাৰ পাণ্ডু অধিবেশনৰ সভামণ্ডপত নগাওঁৰ শিপিনীয়েই শুদ্ধ খদ্দৰ শ্বেত ছত্ৰ দাঙি ধৰিছিল। ইয়াৰ পিচত ১৯৩০ চনৰ আন্দোলনত নগাওঁৰ জনগণে অসমৰ মাজত প্ৰধান অংশ গ্ৰহণ কৰে। পৰৱৰ্তী ১৯৩২ আৰু ১৯৪০ চনৰ অক্টোবৰ মাহত যি আন্দোলন হয়, তাতো নগাওঁৰ নৰ-নাৰীয়ে সাধ্যানুসাৰে দেশমাতৃৰ পূজাত ভক্তি অঞ্জলি প্ৰদান কৰি নিজ কৰ্তব্য সাধন কৰে। আজি পুনৰ ১৯৪২ চনৰ দেশ মাতৃকাৰ বন্ধন মুক্ত কৰাৰ যুঁজত অৱতীৰ্ণ হৈ নগাওঁৱাইজে যি অৰিহণা আগবঢ়ালে সি ভৱিষ্যৎ বংশধৰসকলক যুগে যুগে উৎসাহ আৰু প্ৰেৰণা যোগাই থাকিব।

## বিয়াল্লিশৰ বিপ্লৱ

১৯৩৯ চনৰ শেষভাগত চেপ্তেম্বৰ মাহৰ তিনি তাৰিখৰপৰা জাৰ্মানীয়ে পোলেণ্ড আক্ৰমণ কৰাৰ ফলত সমগ্ৰ য়ুৰোপ জুৰি দ্বিতীয় মহাসমৰ আৰম্ভ হয়। বৃটিছ চৰকাৰ জাৰ্মানীৰ এই ৰুদ্ৰমূৰ্তি দেখি স্তম্ভিত হ'ল। ভৱিষ্যতলৈ তেওঁলোকৰফালেও গতি বিষম হ'ব ভাবি ইমানতেই জাৰ্মানীক বাধাদান দিয়াটো সমীচীন হ'ব বুলি পোলেণ্ডৰ পক্ষ সমৰ্থন কৰি গণতন্ত্ৰ ৰক্ষাৰ দোহাই দি তেতিয়াৰ বৃটিছ চৰকাৰে



জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। বৃটিছ চৰকাৰে ভাৰতবাসীৰ কোনো মতামত নোলোৱাকৈয়ে ভাৰতকো সাঙুৰি ঘোষণা প্ৰচাৰ কৰিলে যে এই মহাযুদ্ধত ভাৰতেও জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছে। বৃটিছ চৰকাৰে ভাৰতৰ মতামত ল'ব কিয়? ভাৰতবাসী কোন? তেওঁলোকৰ মত বা পৰামৰ্শৰ কাৰণে আকৌ কিহৰ গণতন্ত্ৰৰ বিচাৰ কৰিবলগীয়া আছে? ভাৰতবাসী বৃটিছৰ কিনা গোলাম। তেওঁলোকৰ কোনো মতামত লোৱাৰ প্ৰয়োজন নাই। মুনিবৰ পিচত গোলাম যাবই লাগিব। কৰ্তাৰ হুকুমেই কৰ্ম। গতিকে ভাৰতবাসীক কৰ্তাৰ কলমৰ খোঁচ এটাৰেই অনিচ্ছা সত্ত্বেও গতিয়াই নি এই প্ৰলয়ঙ্কৰী মহাসমৰত সাঙুৰি জড়িত কৰিলে। চৰকাৰৰ এই ঘোষণাৰ কথা শুনি ভাৰতবাসী আচৰিত হ'ল। এই সূত্ৰে ভাৰতৰ সকলো ৰাজনৈতিক অনুষ্ঠানৰ নেতাসকল আৰু ভাৰতৰ স্বাধীনতাৰ কাৰণে আশাশুধীয়াকৈ বিগত প্ৰায় তিনিকুৰি বছৰে সংগ্ৰাম কৰি অহা একমাত্ৰ সৰ্বভাৰতীয় জাতীয় প্ৰতিষ্ঠান কংগ্ৰেছ মহাসভাই মহাত্মা গান্ধীজীৰ নেতৃত্বত এই ঘোষণাৰ বিৰুদ্ধে প্ৰতিবাদ জনালে। লগতে কংগ্ৰেছৰ কাৰ্যকৰী কমিটিয়ে উক্ত যুদ্ধত ভাৰতবাসীৰ সহযোগৰ বিনিময়ে ভাৰতৰ স্বাধীনতাৰ দাবী মানি লৈ কেন্দ্ৰত অবিলম্বে এটি লোকায়ত্ব জাতীয় চৰকাৰ প্ৰতিষ্ঠা কৰিবলৈ দাবী উত্থাপন কৰে। বৃটিছ চৰকাৰে কংগ্ৰেছৰ এই দাবীলৈ আওকাণ কৰাত অসম, বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, সংযুক্ত প্ৰদেশ, মাদ্ৰাজ, বোম্বাই আৰু সীমান্ত প্ৰদেশৰ কংগ্ৰেছ মন্ত্ৰীসভাবিলাকে এই যুদ্ধ সম্পৰ্কীয় কোনো বিষয়তেই নিজৰ কোনো ক্ষমতা নথকাৰ কাৰণেই নিজকে নিজে অৰক্ষণীয় বিবেচনা কৰি ১৯৩৯ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহত পদত্যাগ কৰে। গৱৰ্ণমেণ্টৰ অনমনীয় মনোভাৱৰ প্ৰতিবাদ ভাৰতৰ জনসাধাৰণে এই প্ৰলয়ঙ্কৰী মহাযুদ্ধ সম্বন্ধে ভাৰতৰ প্ৰকৃত মনোভাৱ জগতৰ সন্মুখত মুক্ত কণ্ঠে প্ৰকাশ কৰিবৰ নিমিত্তে মহাত্মা গান্ধীৰ নেতৃত্বত ১৯৪০ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহৰপৰা যুদ্ধবিৰোধী ধ্বনি কৰি গোটেই

ভাৰত জুৰি একক সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। ( যুদ্ধবিৰোধী ধ্বনি আছিল—"বৃটিছৰ যুদ্ধ প্ৰচেষ্টাত ধন বা জনেৰে সহায় কৰা মহাপাপ," "সকলো যুদ্ধকেই নৈতিকভাৱে প্ৰতিবোধ কৰা কৰ্তব্য") এই যুদ্ধবিৰোধী ধ্বনি কৰা বাবে সমগ্ৰ ভাৰতৰপৰা প্ৰায় ২৪।২৫ হাজাৰ নেতৃস্থানীয় লোকক কাৰাদণ্ড দিয়ে। এই আন্দোলন যদিও মহাত্মা গান্ধীৰ নেতৃত্বত পৰিচালিত হৈছিল, তথাপি গৱৰ্ণমেণ্টে ইচ্ছা কৰিয়েই গান্ধীজীক গ্ৰেপ্তাৰ নকৰি শান্তিপূৰ্ণ উপায়েৰে আন্দোলন চলাবলৈ পূৰ্ণ সুযোগ দিছিল। গতিকে ভাৰতৰ হাজাৰ হাজাৰ নৰ-নাৰীয়ে সত্যাগ্ৰহী হৈ জেললৈ যাবলৈ প্ৰস্তুত হোৱা সত্বেও মহাত্মা গান্ধীৰ চোকা নিৰ্দেশৰ ফলত অতি কমসংখ্যক লোকক সত্যাগ্ৰহ কৰিবলৈ দি গোটেই ভাৰত জুৰি হোৱা সত্যাগ্ৰহৰ নিচিনা এটা বিৰাট নৈতিক আন্দোলন চলাৰ ফলত সমগ্ৰ দেশত এটা শান্তিপূৰ্ণ আৱহাওৱা বিৰাজ কৰিছিল। এই আন্দোলন এবছৰৰ বেছি চলিবলৈ নাপালে। ইয়াৰ ভিতৰতে বিক্ষুব্ধ ভাৰতৰ লগত এটা মীমাংসা কৰি এই যুদ্ধত সম্পূৰ্ণ সহযোগ পাবৰ নিমিত্তে ইংলণ্ডৰপৰা বৃটিছ গৱৰ্ণমেণ্টে ছাৰ ষ্টেফোৰ্ড ক্ৰীপ্‌ছ্‌ চাহাবৰ হাতত এটা প্ৰস্তাৱ দি ১৯৪২ চনৰ মাৰ্চ মাহত ভাৰতলৈ পঠিয়ালে। ক্ৰীপ্‌ছ্‌ চাহাবে ভাৰতলৈ আহি ভাৰতৰ সকলো দলৰ নেতৃস্থানীয় লোকৰ লগত সাক্ষাৎ কৰে আৰু বৃটিছ পাৰ্লিয়ামেণ্টে পঠিওৱা প্ৰস্তাৱ সকলোৰে আগত দাঙি ধৰে। সেই প্ৰস্তাৱত কেন্দ্ৰত এটি জাতীয় চৰকাৰ প্ৰতিষ্ঠা কৰাৰ কথা আছিল যদিও দেশৰক্ষা আৰু পৰৰাষ্ট্ৰ বিষয়ত ভাৰতীয় মন্ত্ৰীমণ্ডলীৰ হাতত ক্ষমতা দিবলৈ কোনো স্বীকৃতি নথকাত কংগ্ৰেছে ইয়াক অন্তঃসাৰশূন্য 'উত্তৰকালীন চেক' বুলি প্ৰত্যাখ্যান কৰিলে। মহাত্মা গান্ধী চিৰকালেই অহিংসাৰ উপাসক। তেখেতে হিংসাৰ পূৰ্ণ প্ৰতীক এই মহা প্ৰলয়ঙ্কৰী নৰমেধ যজ্ঞত কোনো চৰ্তত সহযোগ কৰাৰ পক্ষপাতী নাছিল। কিন্তু তথাপিও ভাৰতবাসীয়ে এই যুদ্ধত সহযোগৰ বিনিময়ত বৃটিছ গৱৰ্ণমেণ্টৰপৰা স্বাধীনতাৰ দাবী আদায় কৰিবলৈ কিজানি সমৰ্থ



হয়েই, তাকে ভাবি নিজে আঁতৰত থাকি ভাৰতবাসীক তথা কংগ্ৰেছ মহাসভাক তেখেতৰ নিজৰ অহিংস নীতি বিসৰ্জন দিয়ো এটা মীমাংসাত উপনীত হ'বলৈ পূৰ্ণ সুযোগ দিছিল। দুৰ্ভাগ্যবশতঃ ইংলণ্ডৰ সাম্ৰাজ্যবাদী চাৰ্চিল গৱৰ্ণমেণ্টৰ আঁকোৰ-গোজালি মনোভাৱৰ কাৰণে একো মিতমাত বা মীমাংসা নহ'ল। ফলত ভাৰতবাসী ৰাইজৰ তথা কংগ্ৰেছৰ মনত তীব্ৰ বিক্ষোভ বহ্নি জ্বলি উঠিল। পৰাধীনতাতকৈ মৃত্যুৱেই শ্ৰেয়ঃ বুলি ভাবি এটা বিৰাট আন্দোলনৰ কাৰণে ভাৰতবাসী প্ৰস্তুত হ'ল। পৰাধীন আভ্যন্তৰীণ মানসিক অশান্তি চলি থকাৰ ভিতৰতেই ভাৰতৰ পূব প্ৰান্তত পৰৰাজ্যলোভী জাপানৰদ্বাৰা চীন সাগৰত থকা আমেৰিকাৰ নৌ-ঘাটিৰ বন্দৰ পাৰ্লহাৰবাৰ ১৯৪১ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহৰ ৭ তাৰিখে দুপৰীয়া আক্ৰমণ কৰি দখল কৰে। চাওঁতে চাওঁতে পূৰ্বভাৰতীয় দ্বীপপুঞ্জৰ বিভিন্ন দেশ জয় কৰি মালয় উপকূলত থকা বৃটিছৰ বিখ্যাত যুদ্ধ-জাহাজ প্ৰিন্স্‌ অৱ ৱেল্‌ছ্‌ আৰু বিপাল্‌চক দহ মিনিটৰ ভিতৰত ডুবাই দি বৃটিছ সেনাবাহিনীৰ মাজত ভয়ানক ত্ৰাসৰ সৃষ্টি কৰিলে আৰু জঙ্গলী ৰণকৌশল অৱলম্বন কৰি ১৯৪২ খ্ৰীষ্টৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে স্থল পথেদি ইংৰাজৰ বিখ্যাত দুৰ্ভেদ্য বন্দৰ বুলি জহোৱা ছিঙ্গাপুৰ নিমিষৰ ভিতৰতে দখল কৰি ল'লে আৰু দলে দলে বৃটিছ ৰণুৱা আটক কৰিলে। ভদীয়া দলৰ দৰে চাওঁতে চাওঁতে জাপানী সৈন্যই কেউপিনে বিয়পি পৰি বৰ্ণিও, ফিলি-পাইন, ইন্দোচীন, যাভা, সুমাত্ৰা, বালি আৰু মালয় আদি দেশবিলাক কৰতলগত কৰি ব্ৰহ্মদেশ আক্ৰমণ কৰিলেহি। বৃটিছৰ মহাধনুৰ্ধৰ বীৰ পুঙ্গৱসকলে ছিঙ্গাপুৰ মালয়ৰ পেনং আৰু ব্ৰহ্মদেশত থকা ভাৰতীয় আবাল-বৃদ্ধ-বনিতাসকলক দলনিত পোনা মেলি দি স্বজাতি শ্বেতকায়বিলাকক সকলোপ্ৰকাৰৰ যান-বাহনৰ সুবিধা কৰি সেইবিলাক দেশত পোৰামাটি নীতি অৱলম্বন কৰি "যঃ পলায়তি স জীৱতি" কৰিলে। লাখ লাখ ভাৰতীয় নৰ-নাৰীয়ে কেচুৱা ল'ৰা-ছোৱালীৰে ব্ৰহ্মদেশ পৰিত্যাগ কৰি তামু-ইম্ফলৰ পৰ্বতীয়া বাটেদি না-ভাত, না-পানী অৱস্থাৰে আলাই-আথানি হৈ বাটকুৰি বাই আহোঁতে

কিমানজনে প্ৰাণ হেৰুৱাই নিজৰ শুকান মঙহেৰে শিয়ালশগুণক ভোজ খুৱালে, তাৰ সীমা সংখ্যা নাই। এই বিপদৰ সময়তো ভাৰতীয় 'কলা আদমীয়ে' নিজৰ পৈত্ৰিক ভূমিৰ তামু-পেলেম্ ৰাজ আলিয়েদি সুকলমে অহাৰ অধিকাৰ নাপালে। সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ শ্বেতকায় ফিৰিঙ্গিবিলাকৰহে সেই অধিকাৰ।

এইদৰে পশ্চিমৰ দুৰ্বাদল ৰণখন ভাৰতৰ পূৱ প্ৰান্তত অৱস্থিত হোৱাত ভাৰতৰ জনসাধাৰণৰ মনত এটা বিভীষিকাৰ ভাব জাগি উঠিল। আগন্তুক বিপদৰপৰা নিজৰ গাওঁ-ভূঁই আৰু দেশ ৰক্ষা কৰিবৰ কাৰণে কংগ্ৰেছ মহাসভাৰ তৰফৰপৰা সমগ্ৰ ভাৰতত গাওঁ সংগঠন কৰি শান্তিসেনাবাহিনী গঠন কৰিবলৈ নিৰ্দেশ দিলে। সেই নিৰ্দেশ মতে ভাৰতৰ অন্যান্য প্ৰদেশৰ নিচিনাকৈ অসমৰ সকলো জিলাতেই শৃঙ্খলাবদ্ধভাৱে গাৱেঁ গাৱেঁ শান্তিসেনাবাহিনী আৰু গাওঁ-সংগঠন কমিটি সংগঠনৰ বাবে প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে এখনি জৰুৰী তলতীয়া কমিটি গঠন কৰি অবিলম্বে কাৰ্য হাতত লয়। তাৰ ফলত এই জৰুৰী তলতীয়া কমিটিৰ নিৰ্দেশ-মতে গোটেই অসমতে প্ৰতি জিলাৰ তলতীয়া জৰুৰী কমিটিবিলাকে নিজ নিজ জিলাৰ গাওঁ-ভূঁইবিলাক সংগঠিত কৰি শান্তিসেনাবাহিনী পূৰ্ণ উদ্যমে গঠন কৰি শিক্ষা আদি দিয়ে। এই শান্তিসেনাবাহিনীত অসমৰ হেজাৰ বিজাৰ ডেকা-গাভৰুৱে হিয়া উবুৰিয়াই উৎসাহেৰে দলে দলে যোগ দিয়ে। প্ৰত্যেক জিলাতেই এই শান্তিসেনাবাহিনীক কুচ্-কাৱাজ্ শিক্ষা দিবৰ নিমিত্তে কেন্দ্ৰ বা শিবিৰ খোলা হয়। এই কেন্দ্ৰবিলাকত প্ৰত্যেক গাৱঁৰপৰাই একোজনকৈ ডেকাক লৈ কুচ্-কাৱাজ্ শিক্ষা দিয়া হৈছিল। এই কুচ্-কাৱাজ্ শিক্ষাপ্ৰাপ্ত ডেকাসকলেই একোজন নায়ক হৈ নিজ নিজ অঞ্চলত শান্তি-সেনাবিলাকক কুচ্-কাৱাজ্ শিক্ষা দি দেশত শান্তি ৰক্ষাৰ প্ৰস্তুতি গঢ়ি তুলিছিল।

নগাওঁ জিলা কংগ্ৰেছৰ জৰুৰী তলতীয়া কমিটিৰ চেষ্টাত নগাৱঁৰ পমুৱা মুছলমান গাওঁ অঞ্চল বাদে বাকী গোটেই নগাৱঁৰ প্ৰতি গাৱঁতে



কংগ্ৰেছ কমিটি আৰু জৰুৰী গাওঁ সংগঠন কমিটি গঠন কৰি শান্তি-সেনাবাহিনী সংগঠিত কৰিবলৈ সমৰ্থ হয়। এই জিলাৰে বাৰপূজীয়া গাৱঁত এটি কুচ্-কাৱাজ্ শিক্ষা-শিবিৰ খুলি গোটেই জিলাৰ প্ৰায় ৯৯জন শিক্ষাৰ্থীকেই জিলা-জৰুৰী তলতীয়া কমিটিৰ তৰফৰপৰা শিক্ষা দি প্ৰত্যেকজন শান্তি-সেনাক নায়কৰ উপযোগী কৰি উত্তীৰ্ণ হোৱাৰ প্ৰমাণ-পত্ৰ দিয়া হয়। উক্ত বাৰপূজীয়া শিক্ষা শিবিৰত নায়কসকলক শিক্ষা দিয়ে প্ৰাদেশিক কংগ্ৰেছৰ তৰফৰপৰা আহি শ্ৰীহৰিনাৰায়ণ বৰুৱাদেৱ আৰু শ্ৰীৰাজেন বৰুৱাদেৱে। এই শিক্ষা-প্ৰাপ্ত নায়কসকলক জিলাৰ জৰুৰী তলতীয়া কমিটিয়ে জিলাৰ বিভিন্ন গাওঁ অঞ্চল ভগাই দি গাওঁ সংগঠন কেন্দ্ৰবিলাকত শান্তি-সেনাবিলাকক কুচ্-কাৱাজ শিক্ষা দিয়া হয়। নগাৱঁৰ গাৱেঁ-ভূঁএে কমিটি, জৰুৰী গাওঁ সংগঠন কমিটি আৰু শান্তি-সেনাবাহিনীক সুসংগঠিত কৰি নিয়মানুবৰ্তিতাৰ মাজেদি কৰ্মত প্ৰবৃত্ত কৰা দেখি শত্ৰুপক্ষৰ মনত পাৰে মানে হিংসা ভাব উদ্ৰেক নোহোৱাকৈ নাছিল। কংগ্ৰেছৰ পাৰিপাট্য ৰক্ষা কৰি ভাৰতৰ মেৰুদণ্ডস্বৰূপ গাওঁসমূহ সংগঠিত কৰাৰ দক্ষতা দেখি চকুচৰহাহঁতৰ চকু থিয় হৈ উঠিছিল আৰু পৰাপক্ষত কংগ্ৰেছৰ লগত ফেৰ মাৰি বৃটিছৰ গোলাম আজ্ঞাবহ ভৃত্য দাৰোগা-বিলাকেও গাৱেঁ গাৱেঁ শান্তি-সেনা কমিটিৰ সমান্তৰালভাৱে ওচৰা-উচৰিকৈ ডিফেন্স্ পাৰ্টি গঠন কৰিবলৈ ধৰিলে। যেতিয়া ইম্ফলত জাপানী সৈন্যই আকাশীযানেৰে দুই এটা বোমা বৰষিবলৈ ধৰিলে, বৃটিছৰ কিনা গোলাম চাহাব হাকিমৰপৰা আৰম্ভ কৰি বীৰপুঙ্গৱ দাৰোগালৈকে গোটেইখনৰ মাজত নিজৰ নিজৰ ল'ৰা-তিৰোতা লৈ হাঁহাকাৰ লাগি পৰিল। বীৰপুৰুষসকলৰ মুখ শুকাই টেমি যেন হ'ল। দেশৰ শান্তি ৰক্ষা কৰক চাৰি নিজৰ টনা কাছুটি ধৰিয়েই তৰণি নোপোৱা হ'ল। সেই সময়ত নগাওঁ জিলাত কংগ্ৰেছে সুদৃঢ় নেতৃত্ব দি কিৰূপে দেশত শান্তি-শৃঙ্খলা আনিছিল, সেইবোৰ কথা সেই সময়ৰ ল'ৰা-বুঢ়া সকলোৰে মনত আছে। কংগ্ৰেছৰ উপৰোক্ত শান্তি-সেনাবাহিনী সম্পূৰ্ণ অবৈতনিক আছিল। কেইজনমান

সংগঠককহে জিলা কংগ্ৰেছ জৰুৰী তলতীয়া সংগঠন কমিটিৰ ভঁৰালৰপৰা কিছু পাৰিশ্ৰমিক দিয়া হৈছিল।

মহাপৰাক্ৰমী আত্মঘাতী জাপানী সেনাই মহাপয়োভৰে বৃটিছ সেনা আৰু অস্ত্ৰ-শস্ত্ৰক ম্লান কৰি পৰাশ্ৰিত ব্ৰহ্মবাসীক গ্ৰাস কৰিবলৈ ধৰিলে। জাপানী বিমান বাহিনীৰ বোমা বৰ্ষণৰ ফলত হেজাৰ-বিজাৰ লোক আহত-নিহত হৈ ব্ৰহ্মবাসীৰ দুখৰ বোজা কুলাই-পাচিয়ে নধৰা হ'ল। ইফালে আমাৰ মহাবলী বৃটিছ শক্তিয়ে কটা ঘাত লোণৰ ছিটা দি ব্ৰহ্মত পোৰা নীতি অৱলম্বন কৰি পৰম আড়ম্বৰেৰে পশ্চাদপসৰণ কৰিবলৈ দ্বিধা সঙ্কোচ বোধ নকৰিলে। দেশ ৰক্ষাৰ কাৰণে বৃটিছ শক্তিৰপৰা কোনো ক্ষমতা নাপাই অগত্যা নিৰুপায় হৈ কংগ্ৰেছৰ বিপদকাণ্ডাৰী গান্ধীজীৰদ্বাৰা ভাৰতবাসীয়ে নিজ হাতলৈ ক্ষমতা অনাৰ মানস কৰিলে। সেই উদ্দেশ্যে তেখেতৰ হাতত ভাৰ অৰ্পণ কৰিবৰ নিমিত্তে ১৯৪২ খ্ৰীষ্টাব্দৰ সাত আগষ্ট তাৰিখে বোম্বাইত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এক অধিবেশন আহ্বান কৰে। কংগ্ৰেছে মহাত্মাজীৰ ওপৰত ভাৰ অৰ্পণ কৰাৰ উদ্দেশ্যে আহুত বোম্বাই অধিবেশনৰ কথা শুনি ভণ্ডতপস্বী ভাৰতহিতৈষী বৰলাট *লৰ্ড লীন লীথ্‌গোৰ* মস্তিষ্কত উগ্ৰ ভাৰ আৰু হৃদয়ত ত্ৰাস সঞ্চাৰ হ'বলৈ ধৰিলে। তেওঁ গান্ধীজীক হাড়ে হাড়ে চিনে। 'নঙঠা ফকীৰ' বিদ্ৰোহী গান্ধীয়ে মুখেদি এবাৰ যি কয় তাক কাৰ্যত পৰিণত কৰে আৰু তেওঁৰ এটি আঙুলিৰ নিৰ্দেশত পশ্চিম সীমান্তৰ পেছোৱাৰৰপৰা পূবৰ পাটকাই পৰ্বতলৈকে জনগণৰ মাজত এক প্ৰবল ভূমিকম্পৰ সৃষ্টি কৰে। গতিকে তেওঁ অঙ্কুৰতে ইয়াক বিনাশ কৰিবলৈ মনস্থ কৰিলে। ইফালে কংগ্ৰেছী নেতাসকলেও অন্তৰেৰে বুজিব পাৰিছিল যে মহাত্মা গান্ধীৰ ওপৰত ভাৰ ন্যস্ত কৰাৰ লগে লগেই তেওঁলোক আৰু মহাত্মা গান্ধী বৃটিছ গৱৰ্ণমেণ্টৰ হাতত বন্দী হ'ব লাগিব। অধিবেশনৰ পূৰ্বেই আন্দোলন সম্বন্ধে বিভিন্ন স্থানৰ বিভিন্ন কৰ্মীয়ে মহাত্মা গান্ধীজীক নানা প্ৰশ্ন কৰি সেই বিষয়ে এটা পৰিষ্কাৰ ধাৰণা লয়। মহাত্মাজীয়ে তেখেতৰ 'হৰিজন'



কাকতৰ জৰিয়তেই সেইবিলাক দুৰূহ প্ৰশ্নৰ সমাধান কৰে। মহাত্মা গান্ধীয়ে নিজেও ব্ৰহ্মবাসীৰ নিঃসহায় অৱস্থা দেখি জাপানীৰ হাতৰপৰা ভাৰত কিৰূপে ৰক্ষা পাব পাৰে আৰু এই প্ৰলয়ঙ্কৰী যুদ্ধৰ কবলৰপৰা ইংৰাজে কেনেকৈ পৰিত্ৰাণ পাব পাৰে, তাৰ নিমিত্তে 'ভাৰত ত্যাগ' নামে ইংৰাজ গৱৰ্ণমেণ্ট আৰু মাৰ্কিন সেনাবিলাকৰ প্ৰতি কেইটিমান প্ৰবন্ধ লেখে। আন্দোলন সম্বন্ধে প্ৰশ্নবিলাক আছিল এনে ধৰণৰ—গান্ধীজী আৰু নেতাসকলক বন্দী কৰিলে দেশৰ কাৰ্য পৰিচালনাৰ ভাৰ ল'ব কোনে? নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ পাছত উন্মত্ত জনসাধাৰণে ১৯২১ চনত সংঘটিত চৌৰিচৌৰাৰ ঘটনাৰ নিচিনা ঘটনা যদি পুনৰাভিনয় কৰে, তেন্তে মহাত্মাজীয়ে এইবাৰো আন্দোলন স্থগিত ৰাখিবনে? নে নাৰাখিব? এনে প্ৰশ্ন কৰাত মহাত্মাজীয়ে 'হৰিজন' কাকতত উত্তৰ দিছিল—"মোক আৰু নেতাসকলক আটক কৰিলে প্ৰত্যেক ভাৰতবাসীয়েই নেতা হৈ আন্দোলন পৰিচালনা কৰিব। মোক আৰু নেতাসকলক বন্দী কৰাৰ পিছত জনসাধাৰণে চৌৰিচৌৰাৰ দৰে যদি ঘটনা সুচায়, তাৰ নিমিত্তে বৃটিছ গৱৰ্ণমেণ্টেই দায়ী হ'ব। ভাৰতবৰ্ষ এক বিৰাট দেশ; বিভিন্ন মত আৰু দলৰ লোক ইয়াত আছে। সকলোৱেই যে মোৰ মত আৰু নীতি মানি চলিব, সেই কথা ক'ব নোৱাৰি। তথাপিও মই আশা কৰোঁ জনসাধাৰণে অহিংসা পন্থা অৱলম্বন কৰি সেইৰূপে ঘটনা নঘটাব।" যিসকল পাঠকে 'হৰিজন' পত্ৰিকা মনোযোগেৰে পঢ়িছিল, সেইসকল পাঠকে নিশ্চয় ভালকৈ উপলব্ধি কৰিব পাৰিছিল, মহাত্মা গান্ধীয়ে পৰাধীনতাৰ তীব্ৰ জ্বালা কিদৰে অনুভৱ কৰিছিল, সেইবিলাক অন্তৰৰ বেদনা গভীৰ আৰু তীব্ৰ আবেগপূৰ্ণ ভাষাৰে কলমৰ আগেদি বৃটিছ গৱৰ্ণমেণ্টক দঢ়াই দঢ়াই বুজাইছিল। কিন্তু চোৰে কি ধৰ্মৰ কাহিনী শুনে!

ইফালে দিন অতীত হৈ ১৯৪২ খ্ৰীষ্টাব্দৰ সাত আগষ্ট তাৰিখে আহুত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশনৰ ওচৰ চাপিলহি। ইয়াৰ ভিতৰতে ভাৰতীয় নেতাসকলৰ কোনোজনে প্ৰায় প্ৰত্যেক

প্ৰদেশৰে দুই চাবিজন কৰি বিশিষ্ট কৰ্মীক ব্যক্তিগতভাৱে মাতি নি কাৰ্যকৰী কমিটি আৰু মাহাত্মা গান্ধীজীৰ আনুমানিক শেষ ইচ্ছা ব্যক্ত কৰিলে। যদি মহাত্মা কিম্বা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য-সকলক বোম্বাইত আৱদ্ধ কিম্বা বন্দী কৰে, তেন্তে যেন জনগণে অহিংসা নীতি অৱলম্বন কৰি বৃটিছ গৱৰ্ণমেণ্টৰ ৰচিত নৈতিক আইন বাদে সকলো প্ৰকাৰ বৈধ-আইন অমান্য কৰি সংগঠনৰ দ্বাৰা ভাৰতৰ স্বাধীনতা প্ৰতিষ্ঠা কৰে। এইটোৱেই আগষ্ট বিপ্লৱৰ মূল কথা। বোম্বাইৰ ছাত্ৰসভাত ছৰ্দাৰ বল্লভভাই পেটেলে যি বক্তৃতা দিয়ে, সেই বক্তৃতায়ো ভাৰতৰ কৰ্মীসকলৰ প্ৰাণত এটা দৃঢ় মনোভাৱ আনি দিয়ে। ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্যসকল বোম্বাই নগৰীত সমবেত হ'লগৈ। অসমৰপৰা গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাদেৱেও যোগ দিলেগৈ। ভাৰতৰ আসমুদ্ৰ হিমাচলে পলকহীননেত্ৰে ধীৰ গম্ভীৰভাৱে বোম্বাইৰ অধিবেশনৰ ফালে ৰ-লাগি চাই থাকিবলৈ ধৰিলে। সাত তাৰিখৰ অধিবেশন শেষ হ'ল। আঠ তাৰিখৰ বহুতো আলোচনাৰ পিছত গান্ধীজীক কাণ্ডাৰী নিৰ্বাচিত কৰিলে। এই সংবাদে লৰ্ড লীন লীথগোৰ কাণত শেলে বিন্ধাদি বিন্ধিলে আৰু তেওঁ কিংকৰ্তব্যবিমূঢ় হৈ গান্ধীজীকে আদি কৰি কংগ্ৰেছৰ বিপ্লৱী বিদ্ৰোহী নেতাসকলক অবিলম্বে বন্দী কৰিবলৈ হুকুম জাৰি কৰিলে। আঠ তাৰিখৰ নিশা অৱসানৰ লগে লগে ১৯৪২ চনৰ ৯ আগষ্ট ( ২৪ শাওণ ) ৰবিবাৰে সূৰ্যোদয়ৰ সময়তে মহাত্মাজীকে আদি কৰি বোম্বাই নগৰীত সমবেত হোৱা ভাৰতৰ নেতাসকলৰ অধিকাংশকেই যাকে য'তে যেনেকৈ পালে, তাতে গ্ৰেপ্তাৰ কৰি অজ্ঞাত কাৰাগাৰত বন্দী কৰি ৰাখিলে। সেইদিনা কেৱল বোম্বাই নগৰীতেই নহয়, ভাৰতৰ বিভিন্ন প্ৰান্তৰ নেতা আৰু কংগ্ৰেছ কৰ্মীসকলক বিনা অপৰাধে আৰু বিনা বিচাৰে আটক কৰি কাৰা-অন্তৰালত আৱদ্ধ কৰি থলে। কংগ্ৰেছ কৰ্মী দেশভক্তসকলে তেওঁলোকৰ ন্যায়সঙ্গত জন্মগত স্বত্ব স্বাধীনতাৰ নিমিত্তে আন্দোলন কৰিলে, নিৰ্বোধ বৃটিছ গৱৰ্ণমেণ্টে তাক দমন কৰিবৰ নিমিত্তে নিয়ম-



শৃঙ্খলাৰ নামত ভাৰতবাসীক দাসত্বৰ অন্যায় আইনৰ লোহাৰ শিকলিৰে শৃঙ্খলিত কৰি জগতৰ ওচৰত যাউতিযুগীয়া কলঙ্কৰ নিদৰ্শন দাঙি ধৰে। সেই অন্যায় আইন অমান্য কৰিলেই টেঁটু ফালি চিঞৰি কয় : "কংগ্ৰেছী গুণ্ডাবিলাকে আইন্ শৃঙ্খলা ভঙ্গ কৰি গোটেই দেশত অৰাজকতা সৃষ্টি কৰিছে।" বৰলাট লীন্ লীথগোৱে ভাৰতৰ নিৰপৰাধী স্বাধীনতাকামী জনতাক গ্ৰেপ্তাৰ কৰি কোদোৰ বাহত যেন দিন দুপৰীয়া জুই দি বিদ্ৰোহাগ্নি প্ৰজ্বলিত কৰিলে! নিৰপৰাধী নেতাসকলৰ এই আকস্মিক গ্ৰেপ্তাৰত ভাৰতৰ আসমুদ্ৰ হিমাচল জুৰি জনসাধাৰণ ক্ষুব্ধ হৈ পৰিল। ভাৰতৰ প্ৰতি নগৰে চহৰে গাৱেঁ-ভূঁএে, পৰ্বতে-কন্দৰে ইয়াৰ প্ৰতিবাদত সভা-শোভাযাত্ৰা বাহিৰ হ'ল। বোম্বাই, আহমদাবাদ আৰু ভাৰতৰ অন্যান্য ঠাইত এই নিৰীহ ক্ষুব্ধ জনতাৰ ওপৰত আইন আৰু শৃঙ্খলাৰ নামত আগ্নেয়াস্ত্ৰৰদ্বাৰা গুলী বৰষি কেঁচা কলিজাৰ তপত তেজেৰে ভাৰত ভূমি উত্তপ্ত কৰি তুলিলে। লৰ্ড লীন্ লীথগোৱে নিৰস্ত্ৰ জনতাৰ ওপৰত অস্ত্ৰ প্ৰয়োগ কৰি গুণ্ডামি আৰম্ভ কৰিলে। লাট্ চাহাবৰ বিশেষ ক্ষমতাৰ বলত সমগ্ৰ ভাৰতৰ সভা-সমিতি আৰু শোভাযাত্ৰা আদি সকলো নিষিদ্ধ কৰি দিলে।

### নগাৱঁৰ প্ৰতিক্ৰিয়া

আগষ্টৰ ন তাৰিখ দেওবাৰৰ দিনা নগাৱঁৰ বৰহমপুৰত গাওঁ সংগঠন কাৰ্য উপলক্ষে কংগ্ৰেছৰ তৰফৰপৰা এখনি বিৰাট সভা আহুত হৈছিল। সভাতেই ঘুনুক-ঘানাক্‌কৈ মহাত্মাজী আৰু বোম্বাইত সমবেত হোৱা নেতাসকলক বন্দী কৰাৰ কথা ইকাণ-সিকাণকৈ ওলাল। সেই সভাতেই নগাৱঁৰ নেতাসকলে ভৱিষ্যত কাৰ্য-পদ্ধতি সম্বন্ধে ৰাইজক সামান্য পৰিমাণে ইঙ্গিত দিলে আৰু আমাৰ জিলাতো 'ধৰ পাকড়' হোৱাৰ সম্ভাৱনা দেখি সেইদিনাই জিলা কংগ্ৰেছৰ

কাৰ্যকৰী কমিটিৰ এখন জৰুৰী অধিৱেশন আহ্বান কৰি কোনে কাৰ পিছত কাৰ্য পৰিচালনাৰ ভাৰ গ্ৰহণ কৰিব, তাৰ এটা তালিকা প্ৰস্তুত কৰিলে। সেইদিনাই এই স্বাধীনতাৰ যুঁজত ৰাইজৰ কৰ্তব্য বাছি লবৰ নিমিত্তে ১১ আগষ্ট তাৰিখে ( ২৬ শাওণ ) নগাওঁ চহৰত আৰু কলিয়াবৰত প্ৰতিবাদ সভা পাতিবলৈ স্থিৰ কৰিলে। ১০ আগষ্ট সোমবাৰৰ (২৫ শাওণ) দিনা দিনমণি অস্ত গ'ল; ১১ আগষ্ট মঙ্গলবাৰে নগাৱঁৰ পুব আকাশত ৰাঙলী সূৰুযে দেখা দিলেহি। নগাওঁ চহৰৰ চাৰিওফালৰ ১০।১২ মাইল দূৰৰপৰা দলে দলে মানুহ আহি চহৰৰ সভাত যোগ দিলেহি, শান্তি-সেনাবিলাকে 'বন্দে মাতৰম' ধ্বনি কৰি নগাৱঁৰ আকাশ-বতাহ দিক্‌মণ্ডল কম্পিত কৰি তুলিলে। অতি গুৰুগম্ভীৰভাৱে সভাৰ কাম আৰম্ভ হ'ল। নৰ-সমুদ্ৰ নীৰৱ নিস্তব্ধ, শান্তি-সেনাসকল ধীৰ-স্থিৰভাৱে চাৰিওফালে দণ্ডায়মান। কাঁহ পৰি জীন যোৱা নীৰৱতাৰ মাজেদি নেতাসকলৰ বাণী জনগণে নীৰৱে কাণ পাতি শুনিবলৈ ধৰিলে। নেতৃস্থানীয়সকলৰ ভিতৰত জিলা কংগ্ৰেছৰ সভাপতি শ্ৰীযুত হলধৰ ভূঞা, জিলা শান্তি-সেনাৰ অধিনায়ক শ্ৰীযুত পূৰ্ণচন্দ্ৰ শৰ্মা, জৰুৰী সংগঠন কমিটিৰ সম্পাদক শ্ৰীযুত মহীচন্দ্ৰ বৰা, শ্ৰীযুত ( সকল ) মতিৰাম বৰা, বিমলাকান্ত বৰা, গিৰিকান্ত বৰুৱা আদি উপস্থিত আছিল। সভাত বিনাপ্ৰতিবাদে বিদেশী বৃটিছ গৱৰ্ণমেণ্টে জগতৰ শ্ৰেষ্ঠ মানৱ মহাত্মা গান্ধী আৰু ভাৰতৰ নেতা-সকলক বিনা অপৰাধত বন্দী কৰাত তীব্ৰ নিন্দা আৰু ঘৃণা প্ৰকাশ কৰিলে আৰু সভাৰ শেষত নগাওঁবাসীয়ে সমৱেতভাৱে প্ৰতিজ্ঞা কৰিলে—"ভাৰতৰ স্বাধীনতা ননালৈকে ধন-জন-তন-মন দি বিদেশী বৃটিছ গৱৰ্ণমেণ্টৰ লগত সংগ্ৰাম কৰিম।" নগাওঁ চহৰৰ ১১ আগষ্টৰ ৰাজহুৱা সভা মহা উত্তেজনাৰ মাজেদি সমাপ্ত হ'ল।

সিফালে কলিয়াবৰৰ সভাও সেই দিনাই আৰম্ভ হ'ল। এই সভাত জিলা কংগ্ৰেছ কমিটিৰ সম্পাদক হিচাপে এই লেখকৰ লগতে উপস্থিত আছিল শ্ৰীযুত গণেশচন্দ্ৰ বৰঠাকুৰ, শ্ৰীযুত বদনচন্দ্ৰ



বৰদলৈ, শ্ৰীযুত ঠানুৰাম ভূঞা, শ্ৰীযুত দণ্ডিৰাম বৰুৱা আদি কৰ্মীসকল। এই ঐতিহাসিক স্বাধীনতাৰ উদীয়মান ত্ৰিবৰ্ণ ৰঞ্জিত জাতীয় পতাকাৰ তলত। যুঁজাৰু কলিয়াবৰৰ নৰ-নাৰী, ডেকা-গাভৰুৱে সেইদিনা দলে দলে 'বন্দে মাতৰম' ধ্বনি কৰি আৰু জাতীয় সঙ্গীত গাই আকাশ-বতাহ মুখৰিত কৰি চতিয়াল শঙ্কৰ মন্দিৰ প্ৰাঙ্গনত সমৱেত হ'লহি। 'বন্দে মাতৰম' ধ্বনিৰ দ্বাৰা সভাৰ কাৰ্য আৰম্ভ হ'ল। দেশৰ বৰ্তমান অৱস্থা আৰু দেশবাসীৰ কৰ্তব্য সম্বন্ধে এই সভাত লেখকে বুজাই দিয়ে। বিনা অপৰাধত নেতা-সকলক অন্যায়ভাৱে গ্ৰেপ্তাৰ কৰি যি মূৰ্খামিৰ পৰিচয় দিলে তাৰ বাবে সমৱেত নৰ-নাৰীয়ে বৃটিছ গৱৰ্ণমেণ্টক নিন্দা কৰি সেই কাৰ্যৰ প্ৰতিবাদ জনালে আৰু লগতে ঘৃণা প্ৰকাশ কৰিলে। সেই অমানুষিক কাৰ্যৰ প্ৰতিকাৰ সাধিবৰ নিমিত্তে কলিয়াবৰৰ ৰণমত্ত মুক্তিৰ কাৰণে বলিয়া নৰ-নাৰী, ডেকা-গাভৰুৱে মন্দিৰলৈ চাই আঠু লৈ দৃঢ় প্ৰতিজ্ঞা কৰিলে যে যেতিয়ালৈকে নগাৱঁক নতুনকৈ স্বাধীন ৰাজ্যত প্ৰতিষ্ঠা কৰিব নোৱাৰিব, তেতিয়ালৈকে কলিয়াবৰৰ প্ৰতিজ্ঞাবদ্ধ নৰ-নাৰীয়ে মুক্তিৰ সংগ্ৰামত সৰ্বস্ব আহুতি দি থাকিব। সন্ধিয়াৰ বন্তি জ্বলোৱাৰ লগে লগে বুকু ভৰা আশা লৈ সেইদিনালৈ সভা ভঙ্গ হ'ল। নিশা অৱসানৰ পিছত আগষ্টৰ ১২ তাৰিখ বুধবাৰে প্ৰভাতী সূৰ্যদেৱে নগাৱঁৰ পুবদিশ বিদীৰ্ণ কৰি ৰাঙলী আভাৰে পোহৰাই তুলিলে। কলিয়াবৰৰ প্ৰত্যেক প্ৰাথমিক কংগ্ৰেছ কমিটিৰ শান্তি-সেনাবাহিনীয়ে নিজ নিজ গাৱঁৰপৰা শোভাযাত্ৰা কৰি আহি পুৱাবেলা পুনঃ চতিয়াল মন্দিৰত সমৱেত হ'লগৈ। মন্দিৰৰ প্ৰাঙ্গনৰপৰা 'বন্দে মাতৰম্' আৰু জাতীয় সঙ্গীতৰ ধ্বনিৰে আকাশ-বতাহ কঁপাই শ্ৰীযুত ঠানুৰাম ভূঞাৰ নেতৃত্বত এটি বিৰাট শোভাযাত্ৰা বাহিৰ হ'ল। শোভাযাত্ৰা যিমানেই জখলাবন্ধাৰ ফালে আগ বাঢ়িবলৈ ধৰিলে, সিমানেই দলে দলে মানুহ আহি সেই শোভাযাত্ৰাত যোগ দিবলৈ ধৰিলে। শোভাযাত্ৰা প্ৰায় গোটেই কলিয়াবৰৰ ইপাৰ সিপাৰ ঘূৰি আহি নিজ নিজ গৃহলৈ প্ৰস্থান কৰিলে।

শোভাযাত্ৰা ভঙ্গ হোৱাৰ পিছত কোনো অজ্ঞাতশীল লোকে বৃটিছৰ সাম্ৰাজ্যবাদী যুদ্ধত যোগান দিবৰ নিমিত্তে যুগুত কৰি থোৱা ঘৰৰ বেৰ, খেৰ, বাঁহ আৰু ইকৰাৰ দ'মত জুই দি পুৰিলে। ১৩ আগষ্ট বৃহস্পতিবাৰে নবীন উষাৰ লগে লগে কলিয়াবৰৰ বিশিষ্ট দেশকৰ্মী শ্ৰীযুত ঠানুৰাম ভূঞাক গ্ৰেপ্তাৰ কৰিলে। ইফালে সেই পুৰতী বেলাতেই নগাওঁ চহৰত জিলা কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীযুত হলধৰ ভূঞাদেৱকো স্বগৃহতেই গ্ৰেপ্তাৰ কৰি ফাটেকত বন্দী কৰি ৰাখিলে। ১৪ তাৰিখ শুকুৰবাৰে লাওখোৱাত এখন ডাঙৰ ৰাজহুৱা সভা হয়। সেই সভাত পমুৱা হিন্দুসকলে চাৰিওফালৰপৰা আহি যোগদান দি নেতাসকলক বিনাঅপৰাধে গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদ জনায়। জিলাৰ বিভিন্ন ঠাইত বিৰাট বিৰাট শোভাযাত্ৰা আৰু সভা হ'বলৈ ধৰিলে। ১৫ তাৰিখ শনিবাৰে পুৰণিগুদামৰ পানী-গাৱঁত উক্ত অঞ্চলৰ ৰাইজে এখন ডাঙৰ সভা আহ্বান কৰে। সভাত জিলাৰ বহুতো বিশিষ্ট কৰ্মী উপস্থিত আছিল। জিলা শান্তি-সেনাবাহিনীৰ অধিনায়ক শ্ৰীযুত পূৰ্ণচন্দ্ৰ শৰ্মা, শ্ৰীযুত গিৰিকান্ত বৰুৱা আদি লোকসকলৰ সৈতে জিলা কংগ্ৰেছৰ ভাৰপ্ৰাপ্ত সভাপতিৰূপে এই লেখকো সভাত উপস্থিত আছিল। সভা সমাপ্ত হোৱাৰ পিছত গধূলি বেলিকা ঘৰাঘৰি উভতি যোৱাৰ সময়ত পুৰণিগুদামত নগাৱঁৰ পুলিচে শ্ৰীযুত শৰ্মাদেৱক গ্ৰেপ্তাৰ কৰিবৰ নিমিত্তে খাপ দি থাকে; কিন্তু শৰ্মাদেৱক পুলিচে বিচাৰি নাপাই ব্যৰ্থ মনোৰথেৰে উলটি যাবলৈ বাধ্য হয়। কামপুৰ, বাতপুৰীয়া, চৰাইবাহী, হাতীচোং আদি বিভিন্ন ঠাইত সভা শোভাযাত্ৰা হবলৈ ধৰিলে। নগাৱঁৰ গাৱেঁ-ভূঁঞে সভা-শোভাযাত্ৰা গীত-মাতৰ ধ্বনিয়ে নগাৱঁৰ নৰ-নাৰী, ডেকা-গাভৰুৰ স্বভাৱগত উতনুৱা মন উতলাই স্বাধীনতাৰ যুঁজত মতলীয়া কৰিলে। ১৮ আগষ্ট মঙ্গলবাৰে ৰহাত এখন বিৰাট সভা ৰৰষুণ হোৱাৰ কাৰণে দুটা গুদাম ঘৰত আয়োজন কৰা হৈছিল। কিন্তু সমবেত ৰাইজৰ ইমান ভীৰ হৈছিল যে এক-চতুৰ্থাংশ লোকো সভাত থিয় হৈ থাকিবলৈ ঠাইৰ অকুলন হ'ল।



ৰাইজে ৰৰষুণত তিতি মুকলি ঠাইত সভাৰ বক্তৃতা শুনিবলৈ জেদ কৰিলে। সভাৰ কি যে অতুলনীয় মনোহৰ দৃশ্য! নেৰা-নেপেৰা ৰৰষুণৰ মাজতো হাজাৰ-বিজাৰ নৰ-নাৰীৰ ক'লা মূৰবিলাক মাথোন দেখা গৈছিল। সভাত জিলা কংগ্ৰেছ কমিটিৰ তৰফৰপৰা তৎকালীন সভাপতিৰূপে এই লেখকে আইন অমান্যৰ প্ৰস্তাৱ দাঙি ধৰে। বিৰাট জনসমুদ্ৰই গুৰু-গম্ভীৰ 'বন্দে মাতৰম' ধ্বনিৰে উক্ত প্ৰস্তাৱত সমৰ্থন জনালে। বিদেশী চৰকাৰৰ কৰ্মচাৰীসকলক চাকৰি পৰিত্যাগ কৰিবলৈ দিন ধাৰ্য কৰি দিয়া প্ৰস্তাৱো গৃহীত হ'ল। জাতীয় সঙ্গীতেৰে সভা ভঙ্গ কৰি সভাপতিয়ে বিদায় ল'লে। সভাৰ পিছত শান্তি-সেনা আৰু জাগ্ৰত সমবেত জনতাৰ এক বিৰাট শোভাযাত্ৰা বাহিৰ হ'ল। সভা আৰু শোভাযাত্ৰাত ৰহা আৰু নগাৱঁৰ ছাত্ৰ প্ৰতিনিধি সকলেও যোগদান দিলে। শোভাযাত্ৰাকাৰীসকলে বিদেশী গৱৰ্ণমেণ্টৰ কৰ্মচাৰীবিলাকক সতৰ্ক কৰি দিয়াৰ লগে লগেই উত্তেজিত ছাত্ৰসকলৰ মাজৰপৰাই কোনোবাই পাউণ্ড গৃহত অগ্নি সংযোগ কৰিলে। পাউণ্ডৰ গড় ভাঙি গৰুবোৰ মুকলি কৰি দিলে। শোভাযাত্ৰাকাৰীসকলৰ এদল গুণ্ডাই ডাঙৰ দোকানৰপৰা ভাঙবোৰ উলিয়াই আনি পুৰি পেলালে। সন্ধ্যাৰ লগে লগে শোভাযাত্ৰা ভঙ্গ কৰি ঘৰাঘৰি গ'ল। সেই ৰাতিয়েই নগাওঁ চহৰৰপৰা সশস্ত্ৰ পুলিচ বাহিনী আহি ৰহা পালেহি। ৰাতি নৌ পুৱাৰ আগতেই এই লেখকৰ পিতৃৰ ঘৰ ঘেৰাও কৰি খানাতালাচ কৰিলে। ঘৰৰ ভিতৰত লেখকক নাপাই নিখিল ভাৰত শিপিনী সজ্ঘৰ আশ্ৰম ঘেৰাও কৰি সজ্ঘৰ কৰ্মী শ্ৰীহৰিপদ কুণ্ডু আৰু শ্ৰীক্ষিতীশচন্দ্ৰ দাসক গ্ৰেপ্তাৰ কৰে। আৰু লগে লগেই ভিন্ন কেইজনমান পুলিচ গৈ ৰহাৰ বিশিষ্ট কৰ্মী শ্ৰীযুত তুলসী ৰাম গগৈ আৰু শ্ৰীযুত পূৰ্ণচন্দ্ৰ বৈষ্ণৱক গ্ৰেপ্তাৰ কৰে। বাৰপূজীয়াৰ শ্ৰীযুত দধিচিং বজাদেৱকো ৰহাতেই গ্ৰেপ্তাৰ কৰে। ৰহাৰ কংগ্ৰেছ অফিচ ঘেৰাও কৰি শ্ৰীমোহনচন্দ্ৰ ডেকাক আৰু বাৰপূজীয়া আৰু মিকিৰ গাওঁ ঘেৰাও কৰি শ্ৰীপদ্মকান্ত ডেকা আদিক গ্ৰেপ্তাৰ কৰে। লেখকৰ

পৈত্ৰিক ঘৰ আৰু নিখিল ভাৰত শিপিনী সঙ্ঘৰ প্ৰায় চাবে চাৰি হাজাৰমান টকাৰ সম্পত্তি বাজেয়াপ্ত কৰিলে। তাৰ পিছদিনা ১৯ আগষ্ট বুধবাৰে বাৰপূজীয়া, চৰাইবাহী গাৱঁৰ উত্তেজিত ৰাইজে পাউণ্ড ঘৰ আদি ধ্বংস কৰি ভস্মীভূত কৰিলে। পাৰঘাট দখল কৰি নৌ আদিৰ বান্ধ ভাঙি দিয়ে। সেই দিনাই পশ্চিম নগাৱঁৰ জাগীত এখন ডাঙৰ ৰাজহুৱা সভা অনুষ্ঠিত হয়। সেই সভাত নগাওঁ জিলা কংগ্ৰেছৰ সভাপতিৰূপে লেখক নিজে আৰু নগাওঁ কংগ্ৰেছৰ বিশিষ্ট কৰ্মী শ্ৰীযুত ধৰ্মকান্ত বৰঠাকুৰদেৱ উপস্থিত আছিল। মৰিগাওঁ আৰু জাগী হাইস্কুলৰ ছাত্ৰসকলেও সভাত যোগ দিছিল। এই সভাতেই জাগী হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীযুত মাধৱচন্দ্ৰ ভাগৱতীদেৱে শিক্ষকৰ পদত্যাগ কৰি দেশ সেৱাত লাগিবলৈ ওলায়। মৰিগাওঁ আৰু জাগী হাইস্কুলৰ ছাত্ৰসকলে স্কুল পৰিত্যাগ কৰি দেশ সেৱাত লাগি যায়। ১৯ আগষ্ট তাৰিখেই চামগুৰিৰ বঙাগড়াত কৃষক আৰু বাগিচাৰ বনুৱাসকলৰ মাজত এখন বিৰাট ৰাজহুৱা সভা হয়। সেই সভাত বক্তৃতা দিয়াৰ অপৰাধত নগাৱঁৰ ডেকা উকীল শ্ৰীযুত জন থমাচ ডাঙৰীয়াক তেখেতৰ বাসভৱনত গ্ৰেপ্তাৰ কৰি জেল হাজোতত আটক কৰি ৰাখে। চহৰৰ কংগ্ৰেছ শিবিৰত সত্যাগ্ৰহ চলিল। শিবিৰত থকা খাদ্যদ্ৰব্য পুলিচে লুণ্ঠন কৰিলে আৰু কাৰ্যালয়ত তলাচাবি লগালে। স্বেচ্ছাসেৱক সকলে তলা খুলি শিবিৰ আকৌ দখল কৰিলে। পুলিচে আহি কংগ্ৰেছ শিবিৰত পুনৰ আক্ৰমণ চলাই খোৱা-বোৱা বস্তু-বাহানি থান্-বান্ কৰি বাহিৰত দলিয়াই পেলালে। স্বেচ্ছাসেৱকসকলক টানি-আজুৰি ঘৰৰ ভিতৰৰপৰা বাহিৰ কৰি দি পুনৰ দুৱাৰ বন্ধ কৰি দিলে। নগাওঁ চহৰৰ সৰু-বৰ বালিকাসকলে দল বান্ধি আদালতত পিকেটিং কৰিবলৈ ধৰিলে। আদালত প্ৰাঙ্গন জনশূন্যত পৰিণত হ'ল। ২২ আগষ্ট শনিবাৰে হাতীচোং চাউলখোৱাত এখনি বিৰাট সভা হয়। সেই সভাতেই শান্তি-সেনাবাহিনীৰ অধিনায়ক শ্ৰীযুত পূৰ্ণচন্দ্ৰ শৰ্মাদেৱক গ্ৰেপ্তাৰী পৰোৱানা দিলে। সেই মুহূৰ্তত জন সমুদ্ৰৰ মাজত ভয়ানক চাঞ্চল্যৰ



সৃষ্টি হয়। অধিনায়ক শৰ্মাদেৱৰ সান্ত্বনা বাণীত শান্তি-সেনা আৰু ৰাইজ ক্ষান্ত হয়। বিৰাট শান্তি-সেনাবাহিনীয়ে তেওঁলোকৰ অধিনায়কক নগাওঁ চহৰলৈকে সমদলে আগবঢ়াই থৈ অভিনন্দন জ্ঞাপন কৰে। শ্ৰীযুত শৰ্মাদেৱ কাৰাগাৰত বন্দী হ'ল। তেখেতৰ স্থানত মৌলবী ইচ্‌লাম্ খাঁ চাহেবক অধিনায়ক নিযুক্ত কৰা হয়। ২৩ আগষ্ট তাৰিখ ৰবিবাৰে গভীৰ নিশা কোনো অজ্ঞাত লোকে কামপুৰ ষ্টেচনৰপৰা প্ৰায় ডেৰমাইলমান দূৰত ৰেলৰ লাইন পেলায়। তাৰ ফলত এটা ইঞ্জিনসহ কেইখনমান মালগাড়ীৰ ডবা বিনষ্ট হয়। কোনো লোকৰ প্ৰাণহানি হোৱা নাছিল। ২৪ আগষ্ট সোমবাৰে ৰাতি কোনোবালোকে ফুলগুৰি ষ্টেচনৰ কৰ্মচাৰী থকা আবাস-গৃহত অগ্নি সংযোগ কৰাৰ ফলত ঘৰবোৰ ভগ্নস্তূপত পৰিণত হয়। ডিমৌৰ বেলৰে দলঙৰ ওচৰৰ ৰেল লাইনৰ ৰেলিং আৰু শ্লীপাৰ তুলি পেলোৱাৰ ফলত এখন মালগাড়ী ইঞ্জিনসহ লাইনচ্যুত হৈ কাষত বাগৰি পৰে। আসাম ট্ৰাঙ্ক ৰোডৰ কেইবাখনো কাঠৰ দলং একে সময়তে পুৰি পেলোৱা হয়। ২৫ তাৰিখ মঙ্গলবাৰে কামপুৰত এটা বিৰাট শোভাযাত্ৰা বাহিৰ হয়। সেই শোভাযাত্ৰাত এজন ইংৰাজ ৰাজ কৰ্মচাৰীয়ে বাধা প্ৰদান কৰে আৰু তেতিয়াৰ কংগ্ৰেছ পতাকা বলেৰে কাঢ়ি নিয়ে আৰু পতাকাৰ অৱমাননা কৰে। এনে অৱস্থাত আত্মত্যাগী দেশপ্ৰেমী লোকসকল ধৈৰ্য ধৰি থকা অসম্ভৱ হৈ পৰিল, জনতাৰ মাজত চাঞ্চল্যৰ সৃষ্টি হ'ল। আৰু দ্বিগুণ উত্তেজিত হৈ পৰিল। উত্তেজিত জনতাৰ কোনো কোনোৱে আত্ম-অভিমানী বৃটিছ কৰ্মচাৰীজনক উত্তম-মাধ্যমেৰে অপমানিত কৰে আৰু তেওঁ যোৱা মটৰ গাড়ীখনৰ হুড্ ভাঙি কিছু অনিষ্ট সাধন কৰে। পতাকা অৱমাননাৰ সংবাদ পাই বিভিন্ন ফালৰপৰা অহা উত্তেজিত জনতাই দলে দলে ষ্টেচন আৰু তহচিল ঘৰমুৱা হৈ আগবাঢ়িল আৰু ষ্টেচনৰ টেলিফোন আদিৰ ক্ষতি সাধন কৰিলে। তহচিল ঘৰৰ খিৰিকী-দৰ্জা নষ্ট কৰি অফিচৰ বহী-পত্ৰ কিছু ক্ষতি কৰে।

## পুলিচ আৰু মিলিটাৰীৰ অমানুষিক অত্যাচাৰ

আগতে উল্লেখ কৰি অহা ইংৰাজ ৰাজকৰ্মচাৰীজনে অপমানিত হৈ তাৰ পোটক তুলিবৰ অৰ্থে নগাওঁ চহৰলৈ গৈ উৰ্ধতন ৰাজকৰ্মচাৰীৰ লগত পৰামৰ্শ কৰি ২৬ তাৰিখ বুধবাৰে গুৱাহাটীৰ-পৰা কিছুমান বন্দুকধাৰী সেনা অনালেগৈ। সিহঁত মটৰেৰে আহি বেবেজিয়াত দলং অচল হৈ থকা দেখি ফিন্‌স্ নামক ইংৰাজ নায়কজনে সেনাবাহিনীৰে সৈতে বেবেজিয়া গাওঁ জয় কৰিবলৈ গ'ল। মিলিটাৰীবিলাক যেতিয়াই গিৰ্‌গিৰ্‌কৈ গাৱঁৰ ভিতৰ অঞ্চললৈ সোমাই পৰিল, তেতিয়াই গাৱঁৰ ল'ৰা-তিৰোতাৰ মাজত এটা আতঙ্কৰ সৃষ্টি হ'ল। অসভ্য পশুতুল্য মিলিটাৰীবিলাকে হুৰ্‌মুৰকৈ সোধ-পোছ নোহোৱাকৈ মানুহবিলাকৰ ঘৰৰ ভিতৰ সোমাই নৰ-নাৰী, ল'ৰা-বুঢ়া বৃদ্ধ-বনিতা যাকে য'তে পালে এফালৰপৰা মহতিয়াই মাৰি-কিলাই ঘৰৰপৰা টানি বাজ কৰি দিলে। তিনিদিনীয়া পোৱাঁতীজনীয়েও ৰক্ষা নাপালে, চুলিত ধৰি সূতিকা গৃহৰপৰাও পানীটেপা কেচুৱাৰে বাজআলি পোৱালেহি। পুৰুষ-নাৰী, যুৱক-যুৱতী তিনিমূৰীয়া বুঢ়া-বুঢ়ী, শিশু-নৰিয়া আদি কেও বাদ নপৰিল। কাৰোবাক চৰটো, কাৰোবাক কিল্‌টো বা ল্যাথিটো মাৰি নাইবা গোৰটো বা গতাটো সোধাই দলে-দলে জাকে-জাকে মানুহক গৰু-পশু খেদাদি খেদি আনি বাজ-আলিত লানি লগাই শাৰী পতালে। শাৰী পাতোতে কাৰোবাৰ অলপ তাৰতম্য বা কিবা কাৰণত কিঞ্চিৎ বিলম্ব হ'লে তৎক্ষণাৎ পশুহঁতে বন্দুকৰ নালেৰে খুন্দিয়াই গোৰটো ঘোচাটো নাইবা চৰটো ভুকুটো দি শাৰী পোনাবলৈ বাধ্য কৰে। ওপৰত মধ্যাহ্ন সূৰ্যৰ প্ৰখৰ তাপ আৰু তলত উত্তপ্ত ধূলিকণাৰ আঙঠাসদৃশ পোৰণিত মাটিত ভৰি ৰাখিব নোৱাৰি খোলাত আখৈ ফুটাৰ দৰে মানুহবোৰে ছটফটাবলৈ ধৰিলে। এনেয়ে ভীষণ গৰম, তাতে আকৌ ভোক আৰু পিয়াহত আতুৰ হৈ শিশুবিলাকে ভয়ে-ভীতে আৰ্তনাদ কৰিবলৈ ধৰিলে। তাকে দেখি



মাতৃৰ হুটুপি চকুলো নীৰৱে তুগালে বৈ গ'ল। মাজে মাজে সেই চকুলো মচি ৰিহাৰ আঁচল তিয়াই পেলালে। এনে অৱস্থাত ইংৰাজৰ ক্ৰীতদাস তেতিয়াৰ ওঠৰটকীয়া গোলামহঁতে বৃটিছ গৱৰ্ণমেণ্ট পক্ষৰপৰা মহাৰণত জয়ী হোৱাৰ দৰে বন্দী-বেটীক বান্ধি কিলাই উদ্ভণ্ডালি কৰি লৈ গৈছে। জনগণৰ হাতত সমানে অস্ত্ৰ-শস্ত্ৰ দি বৃটিছ গৱৰ্ণমেণ্টে এইদৰে তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকক বন্দী কৰি যদি লৈ গ'লহেঁতেন, তেতিয়াহে গোলামহঁতৰ পৰাক্ৰম বুজা গ'লহেঁতেন। নিৰস্ত্ৰ লোকৰ ওপৰত অস্ত্ৰ প্ৰয়োগ কৰি অত্যাচাৰ অনাচাৰৰ দ্বাৰা মহতালি দেখুৱাটো কাপুৰুষালিৰ বাহিৰে আন একো নহয়। নিৰস্ত্ৰ জনতাক উৎপীড়ন কৰি এনেদৰে পাশৱিক আচৰণেৰে খেদি লৈ যোৱাত কোনো মহত্ত্ব বা গৌৰৱ প্ৰকাশ নাপায়। বৰঞ্চ হীনতা বা নীচতাহে প্ৰকাশ পায়।

বেবেজিয়া গাৱঁৰ নৰ-নাৰী আৰু শিশুৰ কৰুণ আৰ্তনাদৰ উত্তপ্ত ধ্বনিয়ে সমস্ত নগাৱঁৰ আকাশ-বতাহ নিনাদিত কৰিলে আৰু মুহূৰ্তৰ ভিতৰতেই মানুহৰ শৰীৰ আৰু মন উত্তপ্ত আৰু ৰোমাঞ্চিত কৰি তুলিলে। এই নিদাৰুণ ঘটনাৰ সংবাদে নগাৱঁৰ প্ৰতিজন লোকৰ প্ৰতি ধমনীতে তপত তেজৰ সোঁত বোৱালে। নগাঁৱৰ যিমানবোৰ গাৱঁলৈ এই দুঃসংবাদে স্পৰ্শ কৰিলে, সেইবোৰ গাৱঁৰ প্ৰত্যেকৰপৰা মানুহে হাতত দা-যাঠি, লাঠী আদি লৈ ৰণমত্ত পাগলৰ দৰে বেবেজিয়া গাওঁ অভিমুখে ঢাপলি মেলিলে। ইতিমধ্যে আটক কৰি অনা পুৰুষ-মহিলাসকলক ব'দতে বহু দূৰলৈকে খোজ কঢ়াই আনি জিলাৰ কৰ্মচাৰীৰ লগত কিবা আলচি তিৰোতা আৰু শিশুসকলক এৰি দিলে আৰু পুৰুষসকলক নগাওঁ চহৰলৈ খেদাই লৈ গ'ল। বাটৰ বাটৰুৱা আৰু চহৰৰ মানুহেৰে ৰিৰ দি বাট নোপোৱা হ'ল। বেবেজিয়া গাৱঁৰ মানুহ কিছুমান ইফালে সিফালে সোমাই আঁতৰ হ'ল। বাদ বাকী ৯০ জন মানুহক থানাত আটক কৰি ৰাখি পিচ-দিনা তাৰ ভিতৰৰ ১১জন বাছি জেলত আটক কৰিলে আৰু বাকী-সকলক এৰি দিলে। ইফালে বেবেজিয়াৰ পোৱা দলং মিস্ত্ৰি লগাই

গৱৰ্ণমেণ্টৰ তৰফৰপৰা পুনৰ্নিমাণ কৰিবলৈ লাগিল। বেবেজিয়াৰ সম্বাদ পাই উত্তেজিত হৈ অহা এটা দলে দলং মেৰামতি কৰি থকা মিস্ত্ৰি আৰু বনুৱাবিলাকৰ ওপৰত মাৰ-ধৰ আক্ৰমণ চলাই তাৰপৰা খেদি পঠিয়াই দিলে। এই সংবাদ চহৰত বিয়পি পৰাৰ লগে লগে গৱৰ্ণমেণ্টৰ তৰফৰপৰা এখন মটৰ বাছত কিছুমান সশস্ত্ৰ মিলিটাৰী পঠিয়াই দিলে ; সিহঁত আহি বেবেজিয়াৰ দলঙৰ তলত পহৰা দিবৰ কাৰণে লুকাই ৰ'ল যাতে কোনো মানুহ আহি দলং ভাঙিব নোৱাৰে। আগত কিছুমান উন্মত্ত জনতাই অলপ আঁতৰৰপৰা বেবেজিয়া অভিমুখে এই বাছখন আহি দলঙৰ ওচৰত বোৱা দেখিছিল। দলং মেৰামতি কৰিবলৈ পুনৰ মিস্ত্ৰিবিলাক আহিছে বুলি ভাবি খঙত জ্বলি-পকি সিহঁতক আকৌ খেদি দিবলৈ ধৰ মাৰ শব্দ কৰি দলঙৰ ফালে খোজ ললে। ইতিমধ্যে মিলিটাৰীকেইজনক নমাই থৈ মটৰ বাছখন উলটি গ'ল। কেইজনমান কংগ্ৰেছ কৰ্মীয়ে সেই সময়ত সেই ঠাইলৈ লাঠী-যাঠি লৈ যাবলৈ মানুহখিনিক বুজাই-বঢ়াই মানা কৰিছিল। কিন্তু উত্তেজিত কিছুমান লোকে মানা নামানি উতনুৱা লোকৰ উচটনিত গৈ দলং পালেগৈ। দলঙৰ তললৈ চাই কেইটামান বন্দুকধাৰী সৈনিকক দেখা পালে। সেই জনতাৰ মাজৰপৰাই কোনো কোনোৱে 'ধৰ' 'মাৰ' বুলি ডাবি-হুকি দিবলৈ ধৰিলে। এনেতে সৈনিককেইটাই মানুহৰ জুমটোলৈ দলঙৰ তলৰপৰাই গুলীয়াবলৈ ধৰিলে। মানুহবোৰে প্ৰথমতে ফাঁকা আৱাজ কৰিছে বুলিহে ধাৰণা কৰিছিল। কিন্তু চাই থাকোঁতেই বন্দুকৰ গুলীত মানুহ এটা দুটাকৈ মাটিত বাগৰি পৰিবলৈ ধৰিলে। অবিৰাম গুৰুম্ গুৰুম্কৈ গুলী চলাওঁতে চলাওঁতে বৰ্বৰ সেনাকেইটাৰ হাতত থকা কাৰ্টিজ শেষ হৈ গ'ল। বন্দুকৰ গুলীত মানুহ বাগৰি পৰা দেখি মানুহবোৰ ছত্ৰভঙ্গ দি যেনি তেনি পলাই আঁতৰ হ'ল আৰু মিলিটাৰীকেইটাও বন্দুক কান্ধত লৈ নগৰৰ ফালে বেগাবেগিকৈ গ'ল। পশ্চিম গগণত দিনমণি অস্তমিত হোৱাৰ লগে লগে কাল সন্ধ্যাত বৰ্বৰ গৱৰ্ণমেণ্টৰ কিনা গোলামহঁতৰ



গুলীত শেনচোৱা মোৱামাৰি কুমাৰ গাৱঁৰ বীৰ বলাই কোচ আৰু হাতীগড়ৰ বীৰ হেমৰাম বৰাই বুকুৰ ৰাঙলী গৰম তেজেৰে জননী জন্মভূমিৰ চৰণ ধৌত কৰি জীৱন-প্ৰদীপ অস্তমিত কৰিলে আৰু বহুতো ডেকাই গুলীৰ আঘাতত শৰীৰৰ শোণিতেৰে জননীৰ চৰণত অৰ্ঘ দি চিৰকাললৈ দেহত চিনাকি ৰাখি গৃহলৈ উলটিল। সন্ধ্যাৰ লগে লগে বেবেজিয়া গাওঁ ইমূৰৰপৰা সিমূৰলৈ মৰিশালি প্ৰায় হ'ল। কিজানি এই ঘটনাৰ পিছত পুনঃ ৰাতিপুৱা কিবা দুৰ্দশা ভোগ কৰিব লগা হয়, এই ভয়ত গাৱঁৰ মানুহ ঘৰ এৰি যেনি তেনি পলাই আঁতৰ হ'ল।

দুনিয়াত এনে কোন পশু আছে যি ওচৰ-চুবুৰীয়া নিৰীহ নাৰী আৰু শিশুৰ ওপৰত অমানুষিক অত্যাচাৰ আৰু উৎপীড়ন কৰিলে ক্ষুব্ধ নহৈ থাকিব পাৰে ! বৃটিছ জাতিৰ কোনো নাৰী বা শিশুৰ ওপৰত এইদৰে কোনোবাই অত্যাচাৰ কৰিলে কোনোবা ইংৰাজ সন্তান নীৰৱে থাকিবনে ? ই নিৰ্বলীৰ ওপৰত বলীৰ নিৰ্মম উৎপীড়ন নহয়নে ? দিন দুপৰতে সৈনিকৰ হাতত গুলী-বাৰুদসহ বন্দুক দি মানুহক দেখা নিদিয়াকৈ দলঙৰ তলত লুকাই ৰখোৱাৰ প্ৰয়োজন কি আছিল ? যিবিলাক পদলেহী ৰাজকৰ্মচাৰীয়ে ৰাজ-ক্ষমতাৰ এনে কুৎসিত ব্যৱস্থা হাতত লৈছিল, সিহঁতৰ মূৰ্খামিৰ কাৰণেই এই দুজনকৈ নিৰপৰাধী লোক মৃত্যুৰ মুখত নপৰিলনে ? জ্ঞাতি-বন্ধু আৰু পৰিয়ালৰ নিষ্ঠুৰ নিৰ্যাতনৰ ৰাতৰিত অতিষ্ঠ আৰু উত্তেজিত জনতাই ক্ষুব্ধ হৈ কেৱল ডাবি-হুকি দিওঁতেই নিৰস্ত্ৰলোকৰ ওপৰত গুলী চলাই নগাৱঁত এই অৰাজকতাৰ সৃষ্টি কৰিব লাগিছিল-নে ? হায় ! ইয়াৰ ন্যায় বিচাৰ কৰিব কোনে !

বেবেজিয়াৰ এই নিদাৰুণ ঘটনাই ঐতিহাসিক বীৰ-বীৰাঙ্গনাৰ সন্ততি নগাওঁবাসীৰ প্ৰাণত বৃটিছ গৱৰ্ণমেণ্টৰ প্ৰতি প্ৰতিহিংসাৰ ভাৱ জাগ্ৰত কৰি তুলিলে। বহা, বাৰপুজীয়া, কপাহেৰী, ভকত গাওঁ, সোণাৰুগুৰি, চৰাইবাহী আদি অঞ্চলৰ ৰাইজে মুক্তভাৱে বিদ্ৰোহ ঘোষণা কৰিলে। তাৰেই প্ৰতিক্ৰিয়াস্বৰূপে বহাৰ তহচিল ঘৰত জুই

জ্বলিল। তহচিল ঘৰ পুৰি ভস্মীভূত হ'ল। ইফালে ৰহাৰ ওচৰত ঐতিহাসিক জোঙালবলহু গড়ৰ ওপৰেদি যোৱা ৰাজ আলিৰ ওপৰত থকা দলং ভাঙিবৰ উদ্দেশ্যে দলং ভাঙি থাকোতে যাতে কোনো আহিব নোৱাৰে, তাৰ কাৰণে ৰাজ আলিত গড়-খাৱৈ খান্দিবলৈ আৰম্ভ কৰিলে। গড়-খাৱৈ দিয়া কাম প্ৰায় শেষ হওঁ হওঁ, এনেতে আলিত পহৰা দিয়া তহলদাৰী সৈনিকৰ এখন মটৰ গাড়ী আহি হঠাৎ সেই খিনি পালেহি। মটৰ ৰাখি নিষ্ঠুৰ সৈনিকদল কান্ধত বন্দুক লৈ খাৱৈ খান্দি থকা মানুহখিনিৰ ফালে আগবাঢ়িল। অলপ সময় দুয়োপক্ষৰ মাজত কিছু বাক্-যুদ্ধ চলিল। তাৰ পাছত সৈনিক দলৰ মাজৰপৰা গুৰুম্ গুৰুম্ বন্দুকৰ শব্দ হ'বলৈ ধৰিলে। জনতাৰ মাজৰপৰা যেতিয়া এজন দুজনকৈ মানুহ ঢলি বাগৰি পৰিবলৈ ধৰিলে, তেতিয়া আহতসকলক লগতে টানি লৈ পিচ হুঁহকি ছত্ৰভঙ্গ দিলে। কিন্তু বাৰপূজীয়া গাৱঁৰ বীৰ যুৱক হেমৰাম পাতৰ বুকুত গুলী লৈ ৰণত পৰিল আৰু লগতে ধৰাশায়ী হৈ ৰ'ল ভকত গাওঁ দৰঙিয়াল চুবুৰিৰ নিৰ্ভীক বীৰ গুণাভি বৰদলৈ। উভয় বীৰে বিংশ শতাব্দীৰ বৃটিছ সভ্যতাৰ নগ্ন পাশৱিক বৰ্বৰতাৰ নিদৰ্শনস্বৰূপ। বন্দুকত গুলী লৈ জোঙাল-কছাৰীৰ ৰণস্থলীত আকৌ এবাৰ বুকুৰ তপত তেজেৰে ৰাঙলী কৰি দেশভক্তৰ অক্ষয় কীৰ্তি ৰাখি স্বৰ্গধামলৈ গতি কৰিলে। মৃত্যুৰ আগ মুহূৰ্তত হেমই এবাৰ মাত্ৰ হাঁহি হাঁহি শেষ কথা কৈ গ'ল—"বৰ ভাগ্য মোৰ, দেশৰ নিমিত্তে মৰিবলৈ পালোঁ।" সেই সময়ত আন এদল বীৰ জনতাই ৰেলৰ লাইন উঠাবলৈ গৈ বন্দুকৰ গুলীৰ আৱাজ শুনি গড়ৰ ঘটনাস্থলীলৈ লৰি আহিল। তেওঁলোকে সেনাজাকৰ লগত বাক্-যুদ্ধ কৰি সিহঁতক বুজাবলৈ চেষ্টা কৰিলে। কিন্তু সৈনিকবোৰে কথা নকৈ বন্দুকৰ ফাঁকা আৱাজ কৰিবলৈ ধৰিলে। তেতিয়া বীৰ জনতাৰ দলে ব্যৰ্থ মনেৰে ধীৰে ধীৰে গৃহাভিমুখে গমন কৰিলে। তেওঁলোকে জানিবলৈকে নাপালে যে ইতিপূৰ্বেই যি বন্দুকৰ আৱাজ শুনিছিল, সেই বন্দুকৰ গুলীতেই বীৰ যুৱকদ্বয়ৰ দেহা চিৰকালৰ কাৰণে ধৰণীৰ



কোলাত ঠাই ললেগৈ আৰু তেওঁলোকৰ লগৰীয়া দলৰ বহুতেই আহত হৈ পানীত আৰু বোকাত হাবিৰ মাজত পৰি ৰ'ল। জানিব পৰা গ'ল যে এই হত্যাকাণ্ড ইংৰাজ কাপ্তান ফিন্সৰ হুকুমমতেই সংঘটিত হ'ল। তেওঁ এই সেনাদলৰ মটৰতেই নেতৃত্ব কৰি আহিছিল। নগাওঁ চহৰৰপৰা মটৰেৰে যাওঁতে বাটত ফুলগুৰি গাৱঁত পহৰা দি থকা শান্তি-সেনাকেইজনমানক আৰু ৰহাৰ কমাৰজান গাৱঁৰ আলিত শিপিনী সঙ্ঘৰ কৰ্মী আৰু ছাত্ৰকেইজন-মানক হাতত বন্দি লৈ থকা অৱস্থাতেই এই তহলদাৰী ফিন্সে অনাহকতে গ্ৰেপ্তাৰ কৰি সেই মটৰতেই গুৱাহাটীৰ ফালে লৈ গৈছিল। জোঙালৰ গড়ত গুলীয়াই মৰা যুৱক দুজনৰ মৃতদেহ তুলি ল'বলৈ ঠায়ে নটাত গ্ৰেপ্তাৰ কৰি নিয়া লোককেইজনক মটৰৰপৰা নমাই এৰি দিলে আৰু যুৱক দুজনৰ মৃতদেহ দুটা তুলি লৈ নগাওঁ নগৰৰ ফালে উভতি গ'ল আৰু যাওঁতে বাটত বেবেজিয়াত গুলীয়াই পেলাই থৈ যোৱা কলাই কোচৰ মৃতদেহো গাড়ীত ভৰাই লৈ নগাওঁ সদৰ থানা পোৱালেহি। পিচদিনা ২৭ আগষ্ট বৃহস্পতিবাৰে ৰাতিপুৱা বীৰ শ্বহীদকেইজনৰ শৱদেহকেইটা নিষ্ঠুৰ বৰ্বৰ সেনাহঁতে মটৰৰপৰা বাঁহ-কাঠ দলিয়াই পেলোৱাদি দলিয়াই মাটিত পেলাই দিলে আৰু থানাৰপৰা ভৰিত ধৰি টানি চোঁচোৰাই নি হাস্পতালত পেলাই থলেগৈ। কংগ্ৰেছ স্বেচ্ছাসেৱকসকলে সেই সংবাদ পাই হাস্পতালৰপৰা দেশভকতৰ মৃতদেহকেইটা নি খনাজানৰ শ্মশানশালিৰ চিতাত তুলি দাহ ক্ৰিয়া সমাধা কৰিলে। বীৰ হেমৰাম বৰাৰ মৃতদেহ হাতীগড় গাৱঁলৈ নি দাহ কৰিলে। জোঙালবলহু গড়ত কৰা গুলীত প্ৰায় ১৫/১৬ জন বীৰ যুৱক আহত হয়। এওঁলোকক বামুণবৰি আৰু বিভিন্ন গাৱঁত ৰাখি স্থানীয় চিকিৎসকৰদ্বাৰা চিকিৎসা কৰোৱাই ভাল কৰা হয়। বেবেজিয়াত হোৱা ঘটনাতো প্ৰায় ৭/৮ জনতকৈয়ো বেছি লোক আহত হয়। এওঁলোককো বিভিন্ন ঠাইত আৰু সদৰ হাস্পতালত ৰাখি চিকিৎসা কৰোৱা হয়। চহৰৰ নেতাসকলৰ ভিতৰত শ্ৰীযুত মতিৰাম বৰা

আৰু শ্ৰীযুত মহীচন্দ্ৰ বৰাক ২৪ আগষ্ট তাৰিখেই বন্দী কৰি ফাটেকত সুমুৱাই থলে।

এইবিলাক ঘটনাই নগাওঁবাসীক দ্বিগুণে উত্তেজিত কৰি তুলিলে। জিলাৰ বিভিন্ন ঠাইত সভা-সমিতি হ'বলৈ ধৰিলে। অনেক ঠাইত হাট-বজাৰ আদি বন্ধ হৈ পৰিল। ঠায়ে ঠায়ে মৌজাদাৰসকলৰ কাগজ আৰু বহী-পত্ৰ পোৰাই নষ্ট কৰি দিলে। জিলাৰ চতুৰ্দিশে বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ ধৰিলে। এনেতে আকৌ ২৮ আগষ্ট শুক্ৰবাৰে গভীৰ নিশা নগাওঁ সদৰ থানাৰপৰা মিলিটাৰী আহি ৰহা থানাৰপৰাও পুলিচ লৈ বাৰপূজীয়া গাওঁ আক্ৰমণ কৰিলে। বাৰপূজীয়া গাওঁ চাৰিওফালৰপৰা ঘেৰি ধৰাৰ লগে লগেই মিকিৰ গাওঁ চুবুৰিৰ পহৰাদাৰ শান্তি-সেনাই বিপদসূচক শিঙা ফুঁ কি ৰাইজক জাননী দিলে। পুলিচ আৰু সৈনিকহঁতে শিঙা নুফুকাবলৈ নিৰ্দেশ দিলে। শান্তি-সেনাই সেই নিৰ্দেশ নামানি গাৱঁত ঘূৰি ঘূৰি বিপদ সঙ্কেতৰ শিঙা বজাই জাননী দিবলৈ ধৰিলে। পুলিচহঁতে শিঙা ফুকা বন্ধ কৰিবলৈ আকৌ নিৰ্দেশ দিলে। কৰ্তব্যপৰায়ণ বীৰ শান্তি-সেনা এজনে উত্তৰ দিলে, "আপোনালোকৰ কাম আপোনালোকে কৰক, মোৰ কৰ্তব্য মই কৰিমেই।" এই বুলি কৈ শান্তি-সেনাই শিঙাত ফুক দিলে। পৰপদলেহী পুলিচ আৰু সৈনিকহঁতে কোনো কথা ভাবি নাচাই গুৰুম্ গুৰুম্ বন্দুকৰ শব্দেৰে মাথোন প্ৰত্যুত্তৰ দিলে। লগে লগে গুলীৰ কোবত বীৰ শান্তি-সেনা তিলক ডেকা হাতৰ শিঙা হাততে লৈ জননী জন্মভূমিৰ কোলাত ইহজনমৰ নিমিত্তে বাগৰি পৰিল। দেৱী জননীয়েও বীৰ পুত্ৰৰ তপত তেজেৰে পূজাৰ অৰ্ঘ্য গ্ৰহণ কৰি ধন্য মানিলে। আজি আৰু তিলক নাই, কিন্তু তেওঁৰ দুঃসাহসিক বীৰত্ব যুগমীয়া হৈ ৰ'ল।

বিপদ শিঙাৰ সঙ্কেত শুনি গাওঁবাসী নৰ-নাৰী সকলো জাগিল। শিঙাৰ শব্দ লক্ষ্য কৰি খাপলাংকুছি গাৱঁকে ধৰি আন আন গাৱঁৰ মানুহ চাৰিওফালৰপৰা আহিবলৈ ধৰিলে। সৈনিকসকলে ভিন ভিন পথেদি অহা লোকসকলক সোমাবলৈ বাধা দিলে। খাপলাং-



কুছিৰ বীৰ শ্ৰীবানাই দেওৰজাই বাধা অগ্ৰাহ্য কৰি আগ বাঢ়িল। সেনাকেইটাই বীৰ বানাইক আগচি ধৰিলে। বীৰ বানা ভয় কৰা ভকত নহয়। তেওঁক যেতিয়া ধৰিলেহি তেতিয়াই সেনাহঁতৰ লগত ধস্তাধস্তি লাগিল। সিহঁতক পৰাস্ত কৰি আগুৱাবলৈ ধৰোতেই কাপুৰুষ এটা সেনাই বীৰ বানাইৰ বাহুলৈ লক্ষ্য কৰি গুলী চলাই দিলে। গুলী গৈ বানাই বীৰৰ বাহু ভেদ কৰিলে। বানাই ধৰাত বাগৰি পৰিল আৰু চিৰকালৰ কাৰণেই এখন হাত হেৰুৱাই স্বাধীনতা ৰণৰ খিয়াতি ৰাখিলে। আন এটা বাটেদি অহা দৰঙিয়াল গাৱঁৰ মানুহক আন এদল সেনাই আগভেটি ধৰিলে। বীৰ শ্ৰীগোলোকচন্দ্ৰ ভূঞাই সৈনিকৰ বাধা অগ্ৰাহ্য কৰি আগবাঢ়িল। অভিমানী সৈনিকে সিহঁতৰ হুকুম অমান্য কৰা সহ্য কৰিব নোৱাৰিলে। প্ৰতিশোধ ল'বৰ কাৰণে গোলোকলৈ লক্ষ্য কৰি গুলী এৰি দিলে। সৌভাগ্যক্ৰমে গোলোকৰ মূৰৰ খোলা উফৰি নপৰি কপালৰ কেচা মঙহ উফৰি পৰিল আৰু এটা গুলী গৈ এখন হাতত পৰাত বীৰ গোলোক অজ্ঞান হৈ মাটিত বাগৰি পৰিল। গাৱঁৰ ভিতৰত প্ৰৱেশ কৰা চিপাহী দাৰোগা আৰু বন্দুকধাৰী সেনাবিলাকে দল বান্ধি বান্ধি প্ৰতি গৃহস্থৰ ঘৰৰ ভিতৰ সোমাই পুৰুষ মানুহ-বিলাকক মাৰি কিলাই উলিয়াই আনিবলৈ ধৰিলে। তিৰোতা মানুহৰ ওপৰতো অত্যাচাৰ কৰিবলৈ ধৰিলে। গাৱঁৰ মহিলাসকলে আত্মসন্মান ৰক্ষা কৰিবৰ নিমিত্তে প্ৰত্যেক চুবুৰিয়ে চুবুৰিয়ে একত্ৰিত হৈ 'বন্দে মাতৰম্' ধ্বনি দি সৈনিকৰ গুলীৰ আগত বুকু পাতি থিয় হ'ল। নিৰস্ত্ৰ বাৰপূজীয়াৰ বীৰাঙ্গনা দলৰ সন্মুখত সৈনিকৰ পশু-শক্তি নিষ্প্ৰভ আৰু পৰাস্ত হ'ল। কেইটামান মদপী সৈনিকে ঘৰত সোমাওঁতে জোঙাল-গড়ত নিহত হোৱা বীৰ হেমৰাম পাতৰৰ জ্যেষ্ঠা ভনীয়েকে নিৰ্ভয়ে সিহঁতৰ ডিঙিত অৰ্ধচন্দ্ৰ দি বাহিৰ কৰি দিলে। ভীৰু পশুৰ দল তাৰপৰা আঁতৰি পলাল। এইদৰে বীৰাঙ্গনা ষোড়শী গাভৰু শ্ৰীমতী বীৰজা ডেকায়ো ঘৰৰপৰা পুলিচক খেদিলে। মিকিৰ গাৱঁৰ ১৩ বছৰীয়া বীৰাঙ্গনা শ্ৰীমতী চিনেল ৰয়ে কঁকালত

টঙালি বান্ধি হাতত দা লৈ সৈনিকহঁতক ক'লে, "ইয়াৰপৰা গুচি যাব যদি যা, নতুবা ঘৰত সোমাবিহে, বুঢ়ীমাৰে ইয়াৰে হুছেও কৰিম।" হায়! বীৰাঙ্গনাহঁত পৰাধীনতাৰ গধুৰ শিলৰ হেঁচাই তোমালোকৰ প্ৰতিভা অকালতেই গাৱঁৰ এচুকত লগাই ৰাখিলে। স্বাধীন ভাৰতত জন্ম লাভৰ সৌভাগ্য হোৱাহ'লে তোমালোকৰ বুকুত যে কিমান কাইজাৰ হিন্দ্ মেডেল বা ভিক্টোৰিয়া ক্ৰছে শোভা বৰ্দ্ধন কৰিলে-হেঁতেন কোনে জানে? কাপুৰুষ গোলামহঁতে ঘৰ সোমাবলৈ এৰি নতশিৰে তাৰপৰা আঁতৰি পলাল। ৰাতিপুৱা হলত গোটেইবিলাক পুৰুষক থূপাই কোঁচাই লৈ আলিত নি শাৰী কৰাই থিয় কৰালে। যাৰ যাৰ মূৰত গান্ধী টুপী আৰু গাত শান্তি-সেনাৰ বেড্জ্ পালে, সেইবোৰ কাঢ়ি নি মূৰ্খ পশুহঁতে পুৰি পেলালে। নিৰ্বোধ ৰাজকৰ্মচাৰীহঁতে গুলীত আহত হোৱা লোককেইজনৰ কোনোৰূপ চিকিৎসাৰ ব্যৱস্থা বা খা-খবৰ কৰাৰ কোনো কৰ্তব্যবোধ নকৰিলে। ৰাতি পুৱাৰ লগে লগে ২৯ আগষ্ট তাৰিখে আন আন গাৱঁৰ মানুহবিলাকো ৰাতিৰ বন্দুকৰ আৱাজ পাই দলে দলে বাৰপূজীয়া ওলালহি। সেইবিলাক মানুহকো টানি আনি বাৰপূজীয়া গাৱঁৰ মানুহৰ লগতে শাৰী পতাই গোটেইখিনি মানুহকে হুহ মাৰি ৰহালৈ খেদি লৈ গ'ল। বাৰপূজীয়াৰ বীৰাঙ্গনাৰ দলে নিজৰ স্বামী-পুত্ৰ ভাই-বন্ধু আদিক তেওঁলোকৰ চকুৰ আগতে বুকুৰ মাজৰপৰা কাঢ়ি নিয়া কেনেকৈ চাই থাকে? তেওঁলোকে সেই দৃশ্য দেখি সহিব নোৱাৰি 'বন্দে মাতৰম্' ধ্বনি কৰি পিছে পিছে খোজ ল'লে—তেওঁলোকৰ প্ৰিয়জনৰ গতিয়েই তেওঁলোকৰো হওক বুলি। প্ৰায় একমাইলমান বাট এইদৰে যোৱাৰ পাছত পুলিচ আৰু সৈনিকবোৰে বুজাই বঢ়াই তেওঁলোকৰ প্ৰিয়জনসকলক সোনকালে ভালভাৱে এৰি দিয়াৰ আশ্বাস দিয়াত যেনিবা বীৰাঙ্গনাৰ দল ঘৰলৈ উভতিল। বাৰপূজীয়াৰ নিচিনা এখন গাৱঁৰ খুটিৰ ম'হ খুটিত, গোহালিৰ গৰু গোহালিত আৰু বান্ধি থোৱা ছাগলীৰ বিলাই নোহোৱা হ'ল। গৰুৰ হেম্বেলনি, ম'হৰ টেটনি, ছাগলীৰ বেবনি আৰু ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰত গোটেই বাৰ-



পূজীয়া গাৱঁৰ আকাশ-বতাহ আতঙ্কৰ শব্দত মুখৰিত হৈ উঠিল। আন আন গাৱঁৰ শান্তি-সেনাবিলাকে বিশ্বাশবদে দলে বলে বাৰপূজীয়া পালেহি। তেওঁলোকে আহি যেনিবা গোহালিৰ গৰু গাই খুলি মেলি দি ল'ৰা-ছোৱালীবিলাকক আল-পৈচান ধৰিলে আৰু সান্ত্বনা দিলে। নগাঁও চহৰত খবৰ পোৱা মাত্ৰেই শ্ৰীযুত কণকচন্দ্ৰ শৰ্মা, শ্ৰীযুত প্ৰতাপচন্দ্ৰ শৰ্মা, শ্ৰীযুত গিৰিকান্ত বৰুৱা, ডাঃ বিদ্যাধৰ বৰুৱা, ডাঃ চেৰাবকে আদি কৰি কেইজনমান কৰ্মীয়ে ঔষধ-পাতি লৈ অহাত আহতসকলক প্ৰাথমিক শুশ্ৰূষা কৰিব পৰা হ'ল। শান্তি-সেনা দলে এই লেখকৰ নেতৃত্বত বীৰ তিলক ডেকাৰ শৱদেহ গাঁতৰপৰা খান্দি উলিয়াই ল'লে। আলিবাটত পৰি থকা মূৰৰ খোলা ফুল চন্দনৰ দৰে বুটলি ল'লে। শৱদেহ ধৌত কৰি নৱবস্ত্ৰ পৰিধান কৰাই বন ফুলেৰে আচ্ছাদিত কৰি চাঙিত তুলিলে। ঢাক-ঢোল আদি বাদ্য সহকাৰে শৱদেহৰ চাঙি কান্ধত তুলি লৈ জয়ধ্বনিৰ তালে তালে মুহুর্মুহুঃ 'বন্দে মাতৰম্' ধ্বনিৰে ধীৰ গম্ভীৰ গতিৰে শৱযাত্ৰী দল বাৰপূজীয়া ছাত্ৰবৃত্তি স্কুলৰ সন্মুখত ৰ'লহি। ইয়াতে বীৰৰ প্ৰতি শেষ সন্মান দেখুৱাবৰ কাৰণে বাৰপূজীয়া গাৱঁৰ সমূহ নৰ-নাৰী আবাল-বৃদ্ধ-বনিতাই সমবেত হৈ আছিল। বীৰৰ শেষ ছায়া-চিত্ৰ ( ফটো ) লোৱা হ'ল। তাৰ পিছত প্ৰথমে নগাওঁ জিলা কংগ্ৰেছ কমিটিৰ তৰফৰপৰা সভাপতি এই লেখকে মৃত বীৰৰ সন্মানাৰ্থে নতজানু হৈ মাল্য প্ৰদান কৰে। তাৰ পিছত বিভিন্ন প্ৰতিষ্ঠান আৰু বিভিন্ন শাখা আৰু প্ৰাথমিক কংগ্ৰেছ কমিটি আৰু শান্তি-সেনাৰ তৰফৰপৰা মাল্য অৰ্পণ কৰি বীৰৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰে। শেষত শান্তি-সেনাবাহিনীয়ে সামৰিক শৃঙ্খলতাৰে প্ৰিয় বীৰজনৰ প্ৰতি সন্মান দেখুৱাই শৱ পুনৰ কান্ধত তুলি ল'লে। জাতীয় ধ্বনি, ঢাক-ঢোল, বিকুল আদিৰে বাৰপূজীয়াৰ আকাশ-বতাহ মুখৰিত কৰি জাতীয় সঙ্গীত গাই গাই সমবেত সমূহ নৰ-নাৰীয়ে গোটেই গাওঁ পৰিভ্ৰমণ কৰি সন্ধ্যাৰ পূৰ্বে হৰি-ধ্বনি দি বীৰৰ মৃতদেহ চিতাত তুলিলে। সমবেত নৰ-নাৰীসকলে ইয়াৰপৰা গৈ বাহিৰে বাহিৰে এক ৰাজহুৱা সভাত যোগ দিলেগৈ আৰু শান্তি-

সেনাদলে বীৰৰ দাহ-ক্ৰিয়া সমাপন কৰিলে।

বাৰপুজীয়াৰ হৃদয় বিদাৰক ঘটনাৰ কথা গোটেই নগাৱঁৰ গাৱেঁ-ভূঞেঁ মুহূৰ্তৰ ভিতৰতে বিয়পি পৰিল। এই নিদাৰুণ ঘটনাই নগাৱঁ-বাসীৰ মনপ্ৰাণ খন্তেকতে ৰোমাঞ্চিত আৰু উত্তেজিত কৰি তুলিলে। গাৱেঁ গাৱেঁ উত্তেজিত জনতা ক্ষুব্ধ হৈ উঠিল। নগাৱঁৰ জনদেৱতাই জাগ্ৰত হৈ ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। ইফালে সিফালে গৱৰ্ণমেণ্ট গৃহসমূহত ৰাঙলী ধোঁৱা মেলি লঙ্কা কাণ্ড কৰিলে। মৰিগাৱঁৰ ডাক বঙলা, মনহাৰ উপনিবেশ দফ্তৰ (অফিচ), কঠীয়াতলী ডাক-বঙলা, লাওখোৱাৰ দফ্তৰখানা, চম্পানলাৰ ডাক-বঙলা আদি গৃহত জুই দিলে। অনেক গৃহ জুইত ভস্মীভূত হ'ল। ৰহা মৰিগাওঁ ৰাস্তাৰ দলংবিলাকো কোনো কোনো ঠাইত ভাঙিলে আৰু কোনো কোনো ঠাইত পুৰি পেলালে। ঢিং আদি ঠাইৰ ডাক-বঙলা বিলাকতো জুই দিয়াৰ চেষ্টা কৰিছিল, কিন্তু কৃতকাৰ্য ন'হল। বাৰপুজীয়াৰ ঘটনাই যিদৰে এফালে বিদ্ৰোহ ভাব সক্ৰিয় কৰি জগাই তুলিছিল আনফালে সেইদৰে অনেক অঞ্চলত অত্যাচাৰী গৱৰ্ণমেণ্টৰ অত্যাচাৰে ৰাইজৰ মাজত ভীতিৰ সঞ্চাৰো কৰিছিল। তাৰ ফলত কোনো কোনো ঠাইত প্ৰকাশ্য আন্দোলন গৈ ভিতৰুৱা গুপ্ত আন্দোলনত পৰিণত হ'বলৈ ধৰিলে। শান্তি-সেনাবাহিনীৰ মাজতো দুৰ্বলতা আহি পৰিল। ফলত শান্তি-সেনাবিলাকে পুলিচ আদি গৱৰ্ণমেণ্টৰ কৰ্মচাৰীৰ সন্মুখত গান্ধী টুপী আদি পিন্ধিবলৈ ভয় কৰিবলৈ ধৰিলে। জিলাৰ (নগৱৰ) দুই চাৰিজন দুৰ্বলচিতীয়া কৰ্মীৰ পৰামৰ্শই শান্তি-সেনাৰ মাজত ভয়ৰ সৃষ্টি কৰিলে। শান্তি-সেনাবিলাকৰ এনেধৰণৰ ভয় আৰু দুৰ্বলতা গাওঁবাসী জনসাধাৰণৰ মাজতো বেচিকৈ সিঁচৰতি হবলৈ ধৰিলে। বহুত ঠাইত গাৱঁৰ তিৰোতাবিলাকে ভয়ত ঘৰত নুশুই নামঘৰত লগ লাগি নাম গাই ৰাতি কটাবলৈ ধৰিলে। গাওঁবিলাকৰ মাজত সৈনিক আৰু পুলিচবিলাকৰ নানা অত্যাচাৰৰ কাহিনীৰ সঁচা-মিছা গুজব ৰতিবলৈ ধৰিলে। তাৰ ফলতেই অনেক গাৱঁৰ তিৰোতা সমাজৰ মাজত এই ভয় ভাবৰ কাৰণ দেখা গৈছিল। জিলা কংগ্ৰেছ কমিটিৰ তৰফৰপৰা



গাৱেঁ গাৱেঁ কৰ্মী পঠিয়াই গাওঁবাসীক নিৰ্ভয় দিবলৈ যত্ন কৰিলে। সিফালে গোটেই জিলাতে সভা-সমিতি পাতিব নোৱাৰা কৰি গৱৰ্ণমেণ্টে ১৪৪ ধাৰা আইন জাৰি কৰিলে। ঠায়ে ঠায়ে কংগ্ৰেছ কমিটি আৰু শান্তি-সেনাবাহিনী বে-আইনী ঘোষণা কৰি শিবিৰ-বিলাক দখল কৰিবলৈ ধৰিলে। তাৰ লগে লগে অনেক ঠাইৰ শিবিৰ আৰু কংগ্ৰেছ অফিচ ঘৰবিলাক জুই লগাই পুৰি পেলালে আৰু অনেক ঠাইত ঘৰবিলাক কাটি-ছিঙি বগৰাই ভাঙি পেলালে।

৩১ আগষ্ট তাৰিখে কলিয়াবৰৰ ধনেখোৱা বজাৰত পিকেটিং কৰাত পুলিচে নেপালী আৰু মৈমনচিঙীয়া মুছলমানবিলাকক উচটাই দি বজাৰৰ মানুহবিলাকক মাৰ-ধৰ কৰায়। ইয়াৰ ফলত চিলাবন্ধা গাঁৱৰ শ্ৰীযুত ভোলানাথ বৰা আৰু ভোমোৰাগুৰিৰ শ্ৰীযুত জিলিনাথৰ মূৰত খুকুৰিৰ গুৰুতৰ আঘাত লাগে। এই ঘটনাৰ উপলক্ষ কৰিয়েই সেইদিনা নিশা প্ৰায় ১২ মান বজাত প্ৰায় তিনি ডজনমান অস্ত্ৰধাৰী পুলিচ গৈ ধনেখোৱা গাওঁ আক্ৰমণ কৰে। ধনেখোৱা গাৱঁৰ প্ৰতি গৃহস্থৰ ঘৰত সোমাই পুৰুষ-স্ত্ৰী-নিৰ্বিশেষে মাৰধৰ কৰি ঘৰৰ-পৰা বাজ কৰি দিয়ে। তিৰোতাবোৰক এৰি পুৰুষবিলাকক মাৰ-কিল কৰি হাটখোলালৈ লৈ আহে। তাৰ পিছত হাত-কেৰেয়াৰ অভাৱত গোহালিৰ গৰুবোৰ মোকোলাই এৰি দি পঘাবোৰেৰে মানুহবোৰক ৪/৫ জনকৈ সাঙুৰি হাতবান্ধি কুঁৱৰীটোল থানালৈ লৈ আহে। থানাৰপৰা ৩১ জনক নগাৱঁলৈ চালান দি কাৰাগাৰত আটক কৰিলেহি। কলিয়াবৰৰ নৰ-নাৰীয়ে বাৰপুজীয়া আৰু ধনেখোৱা গাৱঁৰ ঘটনাত ক্ষুব্ধ হৈ প্ৰকাশ্যভাৱে তাৰ প্ৰতিবাদ কৰিবৰ নিমিত্তে সাত চেপ্তেম্বৰ তাৰিখে গৱৰ্ণমেণ্টৰ জাৰি কৰা ১৪৪ ধাৰা আইন অমান্য কৰিবলৈ সিদ্ধান্ত ল'লে। সাত চেপ্তেম্বৰ তাৰিখে দুপৰীয়াৰ লগে লগে কলিয়াবৰৰ বিভিন্ন প্ৰাথমিক কংগ্ৰেছ কমিটিসমূহৰপৰা দলে দলে অগণন নৰ-নাৰী কলিয়াবৰৰ গগণ মণ্ডল 'বন্দে মাতৰম্' ধ্বনি আৰু জাতীয় সঙ্গীতৰ মুক্ত কণ্ঠস্বৰেৰে কঁপাই তুলি হিলদল ভাঙি চতিয়ালৰ কেন্দ্ৰীয় দফ্তৰখানাৰ প্ৰাঙ্গনত সমবেত

হ'লহি। সভাৰ কাৰ্য আৰম্ভ হ'ল শ্ৰীযুত সোমকান্ত হাজৰিকাৰ সভাপতিত্বত। এনেতে কুঁৱৰীটোল থানাৰ ফালৰপৰা দুই লৰী লাঠী বন্দুকধাৰী পুলিচ আহি সভাৰ কাষতে মটৰ ৰখাই গিৰ্‌গিৰ্‌কৈ নামিল। কোনো সোধ-পোছ নকৰাকৈ পশুৰ দলে সভাৰ মাজত প্ৰবেশ কৰিয়েই সমবেত জনতাৰ ওপৰত লাঠী চলাবলৈ ধৰিলে। উপস্থিত জনতাক কোবাই খুন্দিয়াই পিছ হোঁহকাই নিবলৈ ধৰিলে। এদল পুলিচে উদীয়মান পতাকা টানি আনিবলৈ ধৰাত এদল দেশভক্তই অহিংসভাৱে পুলিচক বাধা দিলে। তেওঁলোকক নৰপশুহঁতে কোবাই ধৰাশায়ী কৰিলে। বাকীবিলাকক কোবাই কিলাই খেদি নি খালত পেলাই লৈ গৰু পশুক মৰাৰ দৰে মাৰি ছত্ৰভঙ্গ কৰি দিলে। জনতাৰ মাজৰপৰা ১২/১৩ জন মানক গ্ৰেপ্তাৰ কৰি কেন্দ্ৰীয় দফ্‌তৰখানাৰ ঘৰত জুই লগাই দিলে। গ্ৰেপ্তাৰ কৰা দেশভক্তসকলক নগাওঁ ফাটেকলৈ প্ৰেৰণ কৰিলে। কেন্দ্ৰীয় অফিচ ঘৰৰ লগে লগেই হাটবৰৰ কংগ্ৰেছ অফিচ ঘৰতো অগ্নিসংযোগ কৰি ভস্মীভূত কৰিলে। জখলাবন্ধা কংগ্ৰেছ অফিচ ঘৰ কাটি বগৰাই পেলালে। শাকমঠি, আখিৰঙা, টিপুহাল, ওপৰ চতিয়াল, নাম চতিয়াল, গোমোঠা, হাতীগাওঁ, বৰভকতি, উত্তৰ পুৰথৰীয়া, নাম পুৰথৰীয়া, উলুৱনি, নলতলি, ধৰমপুৰ, বাঘৰচুক, সোণাৰিগাওঁ আদি গাৱঁৰ অফিচ ঘৰবিলাকৰো জখলাবন্ধাৰ অফিচ ঘৰৰ অৱস্থাপ্ৰাপ্ত হ'ল। কলিয়াবৰৰ যিটো বাটেদিয়েই যোৱা যায়, সেই বাটতেই এই শায়িত ভগ্নঘৰসমূহৰ ধ্বংসস্তূপ দেখিবলৈ পোৱা গৈছিল। কামপুৰৰ অফিচৰপৰা শান্তি-সেনাসকলক মাৰি কিলাই বাহিৰ কৰি ঘৰটি জুই দি পুৰিলে। বৰহম্‌পুৰৰ শিবিৰৰপৰা শান্তি-সেনাবিলাকক বাহিৰ কৰি দি তলাচাবি লগালে। কুঠৰীত শ্ৰীযুত লক্ষ্মী শইকীয়াই কুঠৰী কংগ্ৰেছ শিবিৰ প্ৰাঙ্গনত এখনি সভা পাতে। ইংৰাজ চাহ খেতিয়ক কেইটামানে পুলিচ লৈ গৈ সভা-ভঙ্গ কৰিবলৈ হুকুম জাৰি কৰিলে। সভাস্থিতলোকসকলে সভা-ভঙ্গ কৰিবলৈ অসন্মতি প্ৰকাশ কৰিলে। শ্বেতাঙ্গ



ইংৰাজ পোৱালিকেইটাই সিহঁতৰ হুকুম অৱজ্ঞা কৰা বৰদাস্ত কৰিব নোৱাৰি নিজেই হাতত বেত লৈ পুলিচ জাকৰে সৈতে সভাৰ মাজত সোমাই গৈ মানুহবিলাকক মাৰিবলৈ জপাই দিলে আৰু পুলিচহঁতেও নিৰস্ত্ৰ জনতাক অমানুষিকভাৱে প্ৰহাৰ কৰি ছত্ৰ-ভঙ্গ কৰি দিলে। কংগ্ৰেছ শিবিৰটো জুই দি পুৰি ছাই কৰি ইংৰাজৰ সভ্যতা আৰু ক্ষমতা জাহিৰ কৰিলে। জাপানীহঁতে শ্বেতকায় ইংৰাজহঁতক হংকং, ছিঙ্গাপুৰ, ব্ৰহ্ম আৰু মালয়ত ধৰি বুটৰ গচকনি আৰু বেয়নেটৰ খোঁচ দিয়াৰ পোটক অহিংস নিৰস্ত্ৰ ভাৰতীয় জনতাৰ ওপৰতেই তুলিলেহি। শিবিৰত জুই দি শ্ৰীযুত লক্ষ্মী শইকীয়াকে আদি কৰি ১৫ জনমান দেশভক্তক গ্ৰেপ্তাৰ কৰি লৈ গ'ল। গ্ৰেপ্তাৰ কৰা লোককেইজনক সভাস্থলিতেই কিলাই পশুহঁতৰ হেপাহ নপলাল, ঘৰৰ ভিতৰত সুমুৱাই লৈ এই শ্বেতকায় নৰপশুকেইটাই অহিংস দেশভক্তকেইজনক নিষ্ঠুৰভাৱে ভয়ানকৰূপে প্ৰহাৰ কৰে আৰু কেউজনকে নগাওঁ জেলখানাত বন্দী কৰি থয়গৈ।

ইয়াৰ ভিতৰতে সেনাবিলাকৰ খাদ্যৰ নিমিত্তে যোগান ধৰিবলৈ কিছুমান গুৱাহটীয়া বেপাৰীয়ে প্ৰায় ৩০০/৪০০ মান গৰু জাগীয়েদি গুৱাহাটীলৈ লৈ গৈছিল। বাটত কোনোবাই তেওঁলোকৰ হাতৰপৰা গৰুবোৰ কাঢ়ি নি এৰি দিলে আৰু বেপাৰী কেইটাকো লপা-থপা দি খেদি দিলে। এই সংবাদ পুলিচৰ কাণত পৰা মাত্ৰেই কিছুমান বন্দুকধাৰী পুলিচ গৈন চেপ্তেম্বৰ তাৰিখৰ গভীৰ মাজনিশা জাগী আৰু ভকতগাওঁ আক্ৰমণ কৰি ঘৰৰ ভিতৰৰপৰা পুৰুষবিলাকক মাৰি কিলাই ভকতগাৱঁৰ ঘাটত থূপ কৰি ৰাখিলেহি। পিচদিনা ১০ চেপ্তেম্বৰ তাৰিখে ৰাতিপুৱা গোটেইবিলাককে শাৰী কৰি থিয় কৰাই ল'লে। অত্যাচাৰী বিবেকহীন নিৰ্দয় পুলিচ দল দুশাৰী হৈ মাজত মানুহ বাহক সুমাই লৈ যেয়ে যেনেকৈ যাকে পাৰিলে এবাৰ হেপাহ পলুৱাই কিলাই ল'লে। ইমানতে পশুহঁত ক্ষান্ত নহ'ল। সিহঁত দুশাৰীকৈ মুখামুখিকৈ থিয় হ'ল আৰু সিহঁতৰ মাজেদি এজন এজনকৈ লৰি যাবলৈ বাধ্য কৰালে। প্ৰত্যেকজন লোক সিহঁতৰ মাজেদি লৰ

দি যাওঁতে যেতিয়ালৈকে মানুহজনে পুলিচৰ শাৰী অতিক্রম নকৰিছিল তেতিয়ালৈকে দুকাষে শাৰী পাতি থকা পুলিচে থকা ঠাইৰপৰাই গোৰ, চৰ, ঢকা, বন্দুকৰ খুন্দা আদি দি গোটেই মানুহবাহক থকা-সৰকা কৰি জুকলা কৰি তুলিলে। পুলিচৰ এই অমানুষিক অত্যাচাৰৰ ফলত কেইবাজনো লোক আহত হয়। এজনৰ বুকুৰ কামিহাড়ত গুৰুতৰভাৱে আঘাত পায়। এই বেচেৰা মানুহজন বহুদিনলৈকে শয্যাশায়ী হৈ থাকিব লগাত পৰে। এই অত্যাচাৰৰ পিছত প্ৰধান প্ৰধান চাই ১১ জনক গ্ৰেপ্তাৰ কৰি নগাওঁ জেলত বন্দী কৰি ৰাখিলে। বাকীবিলাক মানুহক তাতেই জামিনত এৰি দি আহিল। এই ঘটনাৰ পিছতে ভকত গাৱঁৰ লোকেল বোৰ্ডৰ মহৰী থকা ঘৰত কোনোবাই জুই দি পুৰিলে। ইয়াৰ পিছত ৰায়দঙীয়া গাৱঁৰ কোনো এঘৰ গৃহস্থৰ ঘৰত কোনো এক সাধাৰণ বনুৱাই কামত ব্যতিক্ৰম কৰাত গৃহস্থই খঙত মৈমনচিঙীয়া বনুৱাজনৰ ডাঢ়ি পোৰাৰ কথা প্ৰচাৰ কৰি তাৰে চেলু লৈ গৱৰ্ণমেণ্টে ৰাজনৈতিক আন্দোলনৰ ক্ষেত্ৰত সাম্প্ৰদায়িক গোলমালৰ বীজ সিচিবলৈ চেষ্টা কৰাত সফলকাম হ'ব নোৱাৰিলে। শেষত উপায় নাপাই ৰায়দঙীয়া গাৱঁলৈ পুলিচ গৈ নৈশ আক্ৰমণ কৰি গাৱঁত শান্তি আৰু শৃঙ্খলা ৰক্ষাৰ নামত গাওঁবাসীৰ ওপৰত উপদ্ৰৱ কৰে আৰু গাৱঁৰ অনেক মানুহক মাৰ কিল দি গাৱঁৰ প্ৰধানসকলক গ্ৰেপ্তাৰ কৰি নগাওঁ জেলত আটক কৰি থয়। এই গাৱঁৰ অধিবাসী জিলাৰ বিশিষ্ট কৰ্মী শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত আৰু শ্ৰীযুত ঘনকান্ত ৰজাক পিয়া-পি দি বিচাৰিও কোনো শুংসূত্ৰ উলিয়াব নোৱাৰি বিফল মনোৰথে উভতি আহে। ঠিক এই সময়তেই পশ্চিম নগাওঁ অঞ্চলৰ মৰিগাৱঁৰ হাটখোলা ৰাইজে উঠাই নি আন ঠাইত পাতিলেগৈ। মৰিগাওঁ থানাৰ দাৰোগাই এদল পুলিচ লৈ নতুনকৈ পতা হাটখোলাৰ মাজত সোমাই হাটৰুৱাবিলাকক উৰাই-ঘূৰাই কোবাই পুৰণি হাটখোলাৰ ফালে খেদি আনিবলৈ ধৰিলে। মানুহবিলাকে মাৰৰ কোবত বয়বস্তুবোৰ এৰি ইফালে সিফালে ফেঁহু ছিটিকাদি ছিটিকি



হাট ভাঙি গুচি গ'ল। মৰিগাৱঁত থকা নিখিল ভাৰত শিপিনী সঙ্ঘৰ অফিচৰ বয়বস্তুৰ সৈতে সোপাকে তলা বন্ধ কৰি ছীলমোহৰ মাৰি বাজেয়াপ্ত কৰিলে। উক্ত সঙ্ঘৰ কৰ্মীকেইজনকো গ্ৰেপ্তাৰ কৰি ফাটেকত সুমুৱাই থলেগৈ। এই সময়ত বিদেশী গৱৰ্ণমেণ্টে নগাওঁ জিলাৰ ৰাজ আলি আৰু ৰেললাইনৰ আশে পাশে থকা গাৱঁৰ মানুহবিলাকক উক্ত ৰাস্তাত থকা দলং বিলাকত পহৰা দিবলৈ বাধ্য কৰালে।

দিনে দিনে অত্যাচাৰী গৱৰ্ণমেণ্টৰ অত্যাচাৰৰ মাত্ৰা যদিও বেছি হ'বলৈ ধৰিলে, তথাপি কংগ্ৰেছ কৰ্মীসকলৰ অদম্য অহোপুৰুষাৰ্থত জনসাধাৰণৰ মনলৈ পুনঃ বল সঞ্চাৰ কৰাত সমৰ্থ হয়। নগাওঁবাসীৰ সাহস আৰু ধৈৰ্য অত্যাচাৰীৰ অত্যাচাৰত যে টুটা নাই তাৰেই পৰিচয় দিবৰ নিমিত্তে যি পাঁচজন বীৰে নগাওঁবাসীৰ হৈ জননী জন্মভূমিৰ চৰণত প্ৰথমেই স্বাধীনতাৰ যুঁজত বুকুৰ তপত তেজৰ অৰ্ঘ্য প্ৰদান কৰিলে সেই পাঁচজন বীৰৰ সন্মান প্ৰদৰ্শনাৰ্থে জিলা কংগ্ৰেছ কমিটিয়ে ১৬ চেপ্টেম্বৰ তাৰিখে 'পঞ্চ-বীৰ' দিবস পালন কৰিবলৈ নিৰ্দেশ দিলে। এই বীৰ পূজাৰ তিথিৰ দিন পালন কৰিবলৈ গোটেই নগাওঁবাসী প্ৰস্তুত হ'ল। ইয়াৰ লগে লগে গোটেই গাওঁবিলাকৰ আভ্যন্তৰীণ সংগঠন কাৰ্যও সুসংগঠিত কৰা হ'ল। ১৬ চেপ্টেম্বৰ তাৰিখৰ দিনা নগাৱঁৰ তৰুণ-তৰুণীৰ দলে প্ৰভাতী বেলাৰ অৰুণ উদয়ৰ লগে লগে পুনঃ নবীন উদ্যমেৰে নগাৱঁৰ আকাশ-বতাহ 'বন্দে মাতৰম্' আৰু জাতীয় সঙ্গীতৰ ধ্বনিৰে মুখৰিত কৰি পৰ্বতে কন্দৰে প্ৰতিধ্বনি তুলিলে। প্ৰভাত ফেৰীৰ দল গাৱঁে গাৱঁে পৰিভ্ৰমণ কৰি নিজ নিজ গৃহলৈ উভতিল। মধ্যাহ্নৰ সময়ত প্ৰত্যেক নামঘৰে নামঘৰে নিজ নিজ গাৱঁৰ নৰ-নাৰী সমবেত হৈ নাম-প্ৰসঙ্গেৰে বীৰসকলৰ পৰলোকগত আত্মাৰ সদগতি কামনা কৰি ভগবানৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাই মাহ-প্ৰসাদ গ্ৰহণ কৰি দুপৰীয়াৰ কাৰ্য সমাপ্ত কৰিলে। বেলা ভাটী দিয়াৰ লগে লগে সকলো আবাল-বৃদ্ধ-বনিতাই জাতীয় ধ্বনি কৰি দলেদলে শোভাযাত্ৰা

কৰি আপোন আপোন অঞ্চলৰ সভাৰ নিৰ্দিষ্ট ঠাইত সমবেত হৈ বীৰসকলৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰি তেওঁলোকৰ আত্মীয়স্বজনক মাল্য প্ৰদানৰদ্বাৰা অভিনন্দিত কৰিলে আৰু সেই সভাবিলাকতেই বীৰসকলৰ প্ৰীত্যাৰ্থে পুনঃ পূৰ্ণ স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰি সভা ভঙ্গ কৰি স্বগৃহলৈ প্ৰত্যাৱৰ্তন কৰিলে। এই পঞ্চবীৰ দিবস যাতে প্ৰতিপালিত হ'ব নোৱাৰে, তাৰ নিমিত্তে পুলিচ দলে অহোপুৰুষাৰ্থ চেষ্টা কৰিছিল। পুলিচৰ প্ৰবল বাধা থকা সত্ত্বেও এই পঞ্চবীৰ দিবস প্ৰতিপালিত হ'ল আৰু অনেক ঠাইত পুলিচে তলা লগোৱা শিবিৰ আৰু অফিচ ৰাইজে দখল কৰি নগাওঁবাসীৰ স্বাধীনতাৰ স্পৃহাৰ প্ৰত্যক্ষ প্ৰমাণ দেখুৱালে। বৰহম্‌পুৰ অঞ্চলৰ ৰাইজেও তলাবন্ধ কংগ্ৰেছ অফিচ আৰু শিবিৰ সেইদিনাই মুকলি কৰি দখল কৰিলে।

বৰহম্‌পুৰৰ ৰাইজে যদিও পঞ্চবীৰ দিবসৰ দিনা শিবিৰ দখল কৰিলে তাতেই তেওঁলোকৰ তৃপ্তি নপলাল। তেওঁলোকে শিবিৰ দখল কৰাৰ বিজয় উৎসৱ উপলক্ষে এটা ভোজ খোৱাৰ প্ৰস্তাৱ কৰিলে। অনেক বাদ প্ৰতিবাদৰ পাছত ১৮ চেপ্তেম্বৰ শুক্ৰবাৰে বিজয়ী শিবিৰতেই ভোজ খোৱাৰ থিৰাং হ'ল। বৰহম্‌পুৰ কেন্দ্ৰলৈ ভোজৰ সম্ভাৰ আহিবলৈ ধৰিলে। ১৮ চেপ্তেম্বৰ শুক্ৰবাৰে পুৱাৰপৰাই বৰ্‌হমপুৰৰ চননিৰ শিবিৰ জনকোলাহলেৰে দোক্‌মোক্ লাগি পৰিল। ভোজ বন্ধা আৰম্ভ হ'ল, জিলা কংগ্ৰেছ কমিটিৰ তৰফৰপৰা শ্ৰীযুত প্ৰতাপচন্দ্ৰ শৰ্মাদেৱ ভোজানুষ্ঠানত উপস্থিত হ'ল। শান্তি-সেনা আৰু অন্যান্য কৰ্মীসকলে ভোজৰ আয়োজনত ব্যতিব্যস্ত। বিশিষ্ট কৰ্মীসকল কেন্দ্ৰীয় কমিটিৰ কাৰ্যকৰী কমিটিৰ কাৰ্যত ব্যস্ত হ'ল। বন্ধন কাৰ্য কিছু হোৱাৰ লগে লগে খোৱাৰ আয়োজন হ'ল। সিফালে কাৰ্যকৰী কমিটিৰ কাৰ্যও সমাপ্ত কৰি কৰ্মীসকলে ভোজনত যোগদান দিলেহি। কিছুমানে খাবলৈ আৰম্ভ কৰিলে, আৰু ইফালে ৰান্ধনীয়ে ৰন্ধন কাৰ্য চলায়েই আছিল। এনেতে দুখন মটৰলৰী বোজাই কৰি সশস্ত্ৰ পুলিচ বাহিনী লৈ জিলাৰ স্পেচিয়েল মেজিষ্ট্ৰেট ইংৰাজ 'ৰুচ' আৰু নৰহত্যাকাৰী নৰপশু ফিন্স



জিলাৰ সহকাৰী পুলিচ চাহাব ভবানী বৰুৱা আহি উপস্থিত হ'লহি শিবিৰৰ পদূলিত। শ্ৰীযুত শৰ্মাদেৱে সেই কৰ্মচাৰীকেইজনৰ ওচৰলৈ গৈ বুজাই ক'লে যে তাত কোনো সভা-সমিতি হোৱা নাই, কেৱল ৰাইজে মিলি ভোজহে খাইছে। সেই মদগৰ্বী ইংৰাজ কৰ্মচাৰীকেইজনে শ্ৰীযুত শৰ্মাৰ কথা অগ্ৰাহ্য কৰি ভোঁ-ভোঁকৈ ভোজখাই থকা ঠাইলৈ সোমাই গ'ল। ৰান্ধনীশাললৈ সোমাই গৈ কাণ্ডজ্ঞান শূন্য মূৰ্খ ইংৰাজকেইটাই জোতাৰে গুৰিয়াই ভোজৰন্ধা ভাতৰ টৌ উবুৰিয়াই পেলালে। বন্ধা ভাতৰ টৌ উবুৰিয়াই থৈ ভোজ ভাত খাই বহি থকা মানুহৰ শাৰীৰ মাজত সোমাই ইজন সিজনক গুৰিয়াই কোবাই কিলাই ইফালে সিফালে খেদি লৈ ফুৰিবলৈ ধৰিলে। লগে লগে শ্ৰীযুত প্ৰতাপচন্দ্ৰ শৰ্মাদেৱকে আদি কৰি প্ৰায় ১১/১২ জন কৰ্মীক গ্ৰেপ্তাৰ কৰি নি আটক কৰি থলেগৈ। এনেতে সহকাৰী পুলিচ চাহাব ভবানী বৰুৱাই জিলা মেজিষ্ট্ৰেটৰ এখন পৰোৱানা ৰাইজক পঢ়ি শুনালে। "এই শিবিৰ গৱৰ্ণমেণ্টে বন্ধ কৰিছিল, তোমালোকে এই হুকুম অমান্য কৰি শিবিৰ দখল কৰিছা। এতিয়া মেজিষ্ট্ৰেটে পুনৰ হুকুম কৰিছে যে এই শিবিৰ তোমালোকে ভাঙি দিব লাগে।" ৰাইজ নীৰৱে ৰ'ল। তেতিয়া শ্বেতকায় ইংৰাজ নৰাধমকেইটাই পুলিচ জাকৰে জনতাক আগুৰি লৈ বেতেৰে কোবাবলৈ ধৰিলে। মাৰি কিলাই ৰাইজক শিবিৰ ভাঙি পেলাবলৈ বাধ্য কৰালে। জনতাই কিংকৰ্তব্যবিমূঢ় হৈ সকলো লাঞ্ছনা অপমানৰ বোজা মূৰত লৈ সৌকাৰ কোবত জৰ্জৰিত হৈ নিজ হাতেৰে নিৰ্মাণ কৰা অতি স্নেহৰ, অতি আদৰৰ শিবিৰ আকৌ নিজ হাতেৰেই অনিচ্ছা সত্ত্বেও ধ্বংস কৰিব লগাত পৰিল। শিবিৰ ভাঙি থাকোঁতেও মানুহৰ পিঠি সৌকাৰ কোবত দবাদব হ'বলৈ ধৰিলে। ভয়ত কাৰো কোনো প্ৰতিবাদ নাই, কিন্তু প্ৰত্যেকেই অন্তৰত বিদ্ৰোহৰ অগনিৰে জ্বলি পুৰি মৰ্মাহত হৈ ৰ'ল। ঠিক এনে সময়তে বীৰ শান্তি-সেনা শ্ৰীমান তুমলী ফুকনে ঘৰ ভঙাৰ কাম এৰি এই অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি মূৰ তুলি বুকু ফিন্দাই থিয় হ'ল আৰু প্ৰতিবাদ

কৰি ক'বলৈ ধৰিলে, "ৰাইজসকল, আমাৰ কোনেও ঘৰ নাভাঙিবহঁক। আমি মাৰো খাম আকৌ সিহঁতৰ হুকুমত আমাৰে ঘৰ ভাঙিম, ই কেতিয়াও হ'ব নোৱাৰে। আমি অত্যাচাৰকেই সহ্য কৰিম কিন্তু ঘৰ নাভাঙিম।" ৰাইজক এই কথা কৈ ইংৰাজকেইটাৰ ফালে চাই ক'লে, "আপোনালোকে কিমান মাৰিব খুজিছে মাৰক, অত্যাচাৰ কৰক, এই বুকু খুলি দিছোঁ, বন্দুকেৰে গুলীয়াবৰ হ'লেও গুলীয়াই মাৰি পেলাওক। তথাপি আমি কেতিয়াও শিবিৰ নাভাঙোঁ।" বীৰ হুমলীৰ বাণী শুনা মাত্ৰেই মুহূৰ্তৰ ভিতৰতেই ৰাইজৰ সুপ্ত চেতনা জাগি উঠিল, আৰু তেতিয়াই একেলগে ঘৰ ভাঙিবলৈ অস্বীকাৰ কৰি উভতি থিয় হ'ল। ইতিমধ্যেই ওচৰৰ গাওঁবিলাকত ভোজখোৰা মানুহৰ ওপৰত পুলিচে মাৰধৰ কৰাৰ সংবাদ বিয়পি পৰিল আৰু খবৰ শুনা মাত্ৰেই মাতৃ জাতিৰ প্ৰাণ জাগি উঠিল, ভাই-বন্ধু, পুত্ৰ-স্বজনাদিৰ ৰক্ষাৰ্থে প্ৰাণ ব্যাকুল হৈ পৰিল। বীৰাঙ্গনা শ্ৰীযুতা ভোগেশ্বৰী ফুকননীৰ নেতৃত্বত হাতত ত্ৰিবৰ্ণ ৰঞ্জিত কংগ্ৰেছ পতাকা লৈ ৰণচণ্ডীৰ দৰে মুখত 'বন্দে মাতৰম্' ধ্বনিৰে মাভৈ মন্ত্ৰৰ বাণী শুনাই ৰমণীৰ দল বৰ্‌হমপুৰৰ শিবিৰাভিমুখে বিদ্যুৎবেগে ঢাপলি মেলিলে। শিবিৰৰ ঘটনাস্থলিলৈ মহিলাসকল গ'লে অত্যাচাৰীহঁতে কোনো অত্যাচাৰ বা অপমান কৰিব পাৰে বুলি ভাবি কেইজনমান কৰ্মীয়ে তেওঁলোকক ভেটি ধৰিলে আৰু শিবিৰলৈ তেওঁলোকক নাযাবলৈ বুজালে। তেওঁলোক অমান্তি হৈ কৰ্মীকেইজনৰ লগত তৰ্কাতৰ্কি কৰিবলৈ ধৰিলে। এনেতে শিবিৰৰ ফালৰপৰা এটা ৰিং মাৰি কোৱা শুনিলে "বেগাই আহাহঁক, এই ল'ৰামখাক দগৰি উৰাই ঘূৰাই কিলাব লাগিছে।" এই কথা কাণত পৰা মাত্ৰেই ৰমণীসকলক আৰু দমাই ৰখাৰ শকতি কাৰো নাথাকিল। কৰ্মীকেইজনক একতীয়াকৈ পেলাই 'বন্দে মাতৰম্' ধ্বনি কৰি ৰণমত্ত পাগলীৰ দৰে আকৌ ঢাপলি মেলিলে। ইফালে শিবিৰত পিঠিত চাবুকৰ কোব খাই জৰ্জৰিত হৈ থকা ৰাইজে যেতিয়া নিলগৰপৰা মহিলাসকলৰ দিকমণ্ডল



বিকম্পিত 'বন্দে মাতৰম্' ধ্বনি শুনিলে তেতিয়াই তেওঁলোকৰ প্ৰাণত বল পাই শৰীৰ ৰোমাঞ্চিত আৰু মন উত্তেজিত হৈ প্ৰতিহিংসাৰ ভাৱ জাগি উঠিল। অত্যাচাৰৰ বিৰুদ্ধে জনগণৰ অদম্য বিদ্ৰোহী মূৰ্তি দেখি সংকেত দিয়া মাত্ৰেই গোটেইবিলাক পুলিচ মটৰত গ্ৰেপ্তাৰ কৰি তুলি থোৱা কৰ্মীকেইজনৰ ওচৰত থিয় হ'লগৈ। উত্তেজিত জনতাৰ মাজত মাৰ্‌ধৰ্‌ শব্দ উঠিল। যেন এক আতঙ্কপূৰ্ণ ভয়াৱহ পৰিস্থিতিৰ উদ্ভৱ হ'ল। নহৈ পাৰেনে? মানুহৰো ধৈৰ্য্যৰ সীমা আছে। দায়িত্বজ্ঞান-ৰহিত মূৰ্খ ৰাজ কৰ্মচাৰীকেইজনৰ অমানুষিক অত্যাচাৰেই জনতাৰ ধৈৰ্য্যচ্যুতি ঘটাই উত্তেজনাৰ সৃষ্টি কৰিলে। উত্তেজিত জনতাৰ ৰুদ্ৰমূৰ্তি দেখি আৰক্ষ কৰি ৰখা ট্ৰাকখনৰপৰা জাপমাৰি নামি আহি শ্ৰীযুত প্ৰতাপচন্দ্ৰ শৰ্মাদেৱে হাত-যোৰকৈ উত্তেজিত জনতাক শান্ত হ'বৰ নিমিত্তে মিনতি জনালে। কিন্তু সেই উগ্ৰ কোলাহলৰ মাজত শৰ্মাদেৱৰ কথা কাৰো কাণত নোসোমাল। এনে সময়তে মহিলাসকলেও বিদ্যুৎবেগে বাউলীৰ দৰে 'বন্দে মাতৰম্' ধ্বনি কৰি লৰি আহি যেয়ে যেনি পাৰিলে তেনিয়েই শিবিৰ প্ৰাঙ্গনত সোমাই পৰিল। ইংৰাজ কেইটাই হাতত পিস্তল লৈ টোঁৱাই আছিল। সিহঁতৰ সন্মুখত বীৰ হুমলী ফুকনে বুকু ফিন্দাই অত্যাচাৰীৰ অত্যাচাৰৰ প্ৰতিবাদ জনাই কথা কৈ আছিল। ইফালে উত্তেজিত জনতাৰ ধৰ-মাৰ ধ্বনি। এনে অৱস্থাত থকা দেখা পাই পুত্ৰবৎসলা মাতৃৰ প্ৰাণত সহ্য নহ'ল কিজানি পুত্ৰ হুমলীক নৰপশুকেইটাই-গুলীয়াই মাৰে—এই আতঙ্কিত সন্দেহ আৰু আক্ৰোশতে হাতত থকা সৰু পতাকাদণ্ডেৰে শ্ৰীযুতা ভোগেশ্বৰী ফুকননীয়ে পিস্তলধাৰী শ্বেতাঙ্গ ফিন্সৰ সন্মুখলৈ গৈ কোব মাৰি দিলে। ফিন্স্‌ চাহাবৰ মূৰৰ টুপী মাটিত বাগৰি পৰিল। বাগৰি পৰা টুপী তুলি লৈ ফিন্সে হাতৰ পিস্তল টোঁৱাই গুৰুম্ গুৰুম্ শব্দ কৰিলে। শব্দৰ লগে লগে গুলী গৈ মূৰৰ খোলা ভেদ কৰাৰ ফলত বীৰাঙ্গনা আই ভোগেশ্বৰী ফুকননী ধৰাত বাগৰি পৰিল। এনেতে জাতীয় পতাকা হাতত লৈ কুমাৰী পানীলতা, তৰুলতা আৰু ৰত্না আগবাঢ়ি গ'ল। সমুখত ত্ৰিবৰ্ণ

ৰঞ্জিত পতাকা দেখি ইংৰাজ 'ফিন্স্' আৰু 'ৰুচ'ৰ সহ্য নহ'ল। পিস্তল হাতত লৈ লাফ্ দি পতাকা আক্ৰমণ কৰিলে। শ্ৰীমতীহঁতৰ লগত শ্বেতাঙ্গহঁতৰ আজোৰা-আজুৰি লাগিল। বহুতো চেষ্টা কৰিও বীৰাঙ্গনাহঁতৰপৰা পতাকা হস্তচ্যুত কৰিব নোৱাৰিলে। যুৱতীহঁতৰ লগত শ্বেতাঙ্গ ইংৰাজৰ ধস্তাধস্তি লগাত বীৰ যুৱকৰ প্ৰাণ অসহ্য হৈ উঠিল। বীৰ লক্ষ্মী হাজৰিকা, বলো শইকীয়া, ঠগীৰাম বৰা আৰু অন্যান্য যুৱকৰ দেহৰ প্ৰতি শিৰে শিৰে তপত তেজৰ সোঁত বৰলৈ ধৰিলে। ধৈৰ্যচ্যুত হৈ নিজক সংযত কৰিব নোৱাৰি শ্বেতাঙ্গৰ প্ৰতি আক্ৰমণ উদ্যত হ'ল। এনেতে শ্বেতাঙ্গ নৰপশুহঁতে একে একে পিস্তলৰ গুলীৰে বনৰ হৰিণা মৰাদি লক্ষ্মী, বলো আৰু ঠগীক মাৰিলে। তেওঁলোকৰ দেহ আৰু বুকুত বাৰে বাৰে গুলীৰ আঘাত হানিলে। বৰহম্পুৰৰ বাকৰিত বীৰৰ দেহ বাগৰি পৰিল। উদীয়মান বীৰগণে বুকুৰ তপত তেজেৰে জননী জন্মভূমিৰ চৰণত শেষ পূজাৰ অৰ্ঘ্য দি তৃপ্তিৰ মিচিকিয়া হাঁহিৰে চিৰ জীৱনৰ কাৰণে মৰতৰপৰা সৰগ ধামলৈ বিদায় মাগিলে। মোৱাৰ পূৰ্বেই বীৰ ঠগীয়ে তেওঁৰ বুকুৰ জেপৰপৰা সেই নিজৰা কলমটি (ফাউন্‌টেইন পেন) উলিয়াই এই লেখকৰ হাতত দি ক'লে, "দাদা, মোৰ কি আছে, আৰু কি দিম,—এইটোৱেই মোৰ শেষ দান, মাতৃভূমিৰ সেৱাতে লগাব, লওক।" ইফালে হিংস্ৰ হত্যাকাৰী নৰপশুৰ দলে লৰা-খেদাকৈ আঁতৰিবৰ কাৰণে মটৰত উঠিল আৰু যাবলৈ উদ্যত হওঁতেই উন্মত্ত জনতাই ধৰ ধৰ ধ্বনি কৰি মটৰ টানি ধৰিলে। লগে লগে হত্যাকাৰী দলে পিস্তল, বন্দুক লৈ মটৰৰ পৰা নামি আহি জনতাক গুলীয়াবলৈ ধৰাত জনতাই মটৰ এৰি দিলে আৰু সেই ছেগতেই মটৰ চলাই বিজুলী বেগেৰে নগাওঁ নগৰ অভিমুখে প্ৰস্থান কৰিলে। জনতাই আহত আৰু নিহতসকলক তাৰপৰা আঁতৰাই গাওঁ পোৱালেগৈ। বীৰাঙ্গনা ভোগেশ্বৰী ফুকননীকো মূৰ্চ্ছা অৱস্থাতেই দাঙি নি ঘৰ পোৱালেগৈ। গাৱঁৰ নৰনাৰী আহি তিনিও বীৰৰ দেহ কান্ধত লৈ শোভাযাত্ৰা কৰি গাওঁ প্ৰদক্ষিণ কৰিলে। ৰাতি হোৱাৰ কাৰণে



সেইদিনা শৱদেহৰ দাহক্ৰিয়া নকৰি বৰহম্পুৰৰ চননিতেই সযতনে গছৰ ওপৰত ৰাখি কৰ্মী কিছুমানে পহৰা দি থাকিল। বৰহম্পুৰৰ বাইজে ইংৰাজ ৰাজত্ব ওলোটাই পেলাই বুলি হত্যাকাৰী ইংৰাজ কৰ্মচাৰীকেইজনে অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত কৰি পুলিচবাহিনী বৰহম্পুৰলৈ পঠালে। গোটেই ৰাতিটো বন্দুকধাৰী পল্টন চিপাহীয়ে গাওঁ-ভূঁইবিলাকত গিজ্‌গিজাই পিন্‌পিনাই ফুৰিবলৈ ধৰিলে।

পিচদিনা ১৯ চেপ্তেম্বৰ তাৰিখে সূৰ্যদেৱ পূব গগণত ৰাঙলী আভাৰে উদয় হোৱাৰ লগে লগে তিনিখন চিতা-শয্যা ৰচনা কৰা হ'ল। শৱদেহৰ ফটো লোৱা হ'ল। তাৰ পিছত 'বন্দে মাতৰম্' ধ্বনিৰে শৱদেহ চিতাত তুলি দিয়াৰ অলপ পিছতে চিতা-শয্যাৰ মাজৰপৰা অগ্নিদেৱতাই ৰক্ত লেলিহান জিহ্বাৰে বীৰসকলৰ নশ্বৰ দেহ গিলি ধৰিলে। ঘৃতাহুতিৰ লগে লগে অগ্নিদেৱতাই ৰুদ্ৰৰূপ ধাৰণ কৰি খন্তেকৰ ভিতৰতে পঞ্চভৌতিক দেহা পঞ্চমহাভূতত লীন কৰিলে। বীৰমেধ যজ্ঞভূমিৰপৰা উদ্গীৰণ হোৱা ধূপ-হৱিৰ তীব্ৰ গোন্ধে গোটেই নগাওঁবাসীক বীৰ ৰসত মতলীয়া কৰি তুলিলে। বৰহম্পুৰৰ স্বাধীনতাৰ তীৰ্থভূমিৰ পূজাৰিণী আই ভোগেশ্বৰী ফুকননীৰ আহত দেহ পৰিদৰ্শন কৰিবৰ নিমিত্তে অগণন তীৰ্থযাত্ৰীৰে ভেৰভেৰী গাওঁ ভৰি পৰিল। নগাওঁ চহৰৰ আৰু গাৱঁৰ অনেক ডাক্তৰ-কবিৰাজ আহি ঔষধ-পাতি দি সংজ্ঞাহীনা বীৰাঙ্গনাৰ সংজ্ঞা আনিবলৈ বহুতো চেষ্টা কৰিলে, কিন্তু সকলো দৰৱ-পাতি পানীকৃত হ'ল, সকলো চেষ্টা ব্যৰ্থ হ'ল। ছটফট, ধৰ্‌ফৰ্ আৰু ইকাটি সিকাটি কৰি থাকি তিনি দিনৰ দিনা অৰ্থাৎ ২০ চেপ্তেম্বৰ দেওবাৰে বেলা দ্বিপ্ৰহৰত বীৰাঙ্গনা সতীয়ে দেশপ্ৰেমৰ জ্বলন্ত আৰু জীৱন্ত খ্যাতি যুগমীয়া কৰি দেহত্যাগ কৰিলে। অগণন নৰ-নাৰীয়ে বীৰাঙ্গনাৰ দেহ শোভাযাত্ৰা কৰি নি সেই তিনি বীৰৰ শ্মশান ক্ষেত্ৰতেই ৰচিত চিতাত তুলি দি 'বন্দে মাতৰম্' ধ্বনিৰে অগ্নি প্ৰজ্বলিত কৰিলে। বৰহম্পুৰ চননিৰ শ্মশান আজি বীৰৰ তীৰ্থক্ষেত্ৰত পৰিণত হ'ল। বৰহম্পুৰবাসী বীৰ বীৰাঙ্গনাৰ আত্মাহুতিত চিৰধন্য হ'ল।

এই স্বাধীনতাৰ মুক্তি যুঁজত নগাওঁ জিলাৰ ছাত্ৰ সমাজো পিছ পৰি সুখেৰে বহি থকা নাছিল যদিও ছাত্ৰ ফেডাৰেছনৰ কিছুমান ছাত্ৰই গৱৰ্ণমেণ্টৰ কিনা গোলাম হৈ প্ৰৱল বিৰোধিতা কৰিছিল। জিলাৰ অধিকাংশ ছাত্ৰই এই স্বাধীনতা সংগ্ৰামৰ শক্ৰ ছাত্ৰদলক অপদস্থ কৰি মুক্তি সংগ্ৰামত জপিয়াই পৰিছিল। বিশেষকৈ ৰহা, কলিয়াবৰ, কামপুৰ, মৰিগাওঁ আৰু জাগী হাইস্কুলৰ ছাত্ৰসকলে সক্ৰিয়-ভাৱে আন্দোলন কৰিছিল। পুৰণিগুদাম, বেবেজিয়া আৰু নগাওঁ চহৰৰ ছাত্ৰসকলো বহি থকা নাছিল। তেওঁলোকেও জনগণৰ মাজত সোমাই পৰি আন্দোলনক শক্তিশালী কৰি তুলিলে। প্ৰায় প্ৰতি স্কুল ঘৰত ত্ৰিবৰ্ণ পতাকা সগৌৰৱে উৰিছিল। ৰহা হাইস্কুলৰ ঘৰৰ ওপৰত পতাকা উৰি থকা অৱস্থাত বাটেদি মটৰেৰে যাওঁতে বৃটিছ জঙ্গী অফিচাৰ ফিন্সে দেখা পাই মটৰ ৰখাই সদলবলে স্কুলৰ ভিতৰলৈ গিৰ্ গিৰ্ কৈ সোমাই গ'ল। ছাত্ৰশূন্য ঘৰকেইটা লৈ শিক্ষক-কেইজনমানে কোঠাৰ ভিতৰত কথাপাতি থকা দেখি পতাকা কোনে আৰু কিয় তুলিছে সুধিলে। শিক্ষককেইজনে এইবিষয়ে একো নাজানে বুলি কোৱাত ফিন্সে তেতিয়াই পতাকাখন নমাই আনিবৰ কাৰণে শিক্ষকসকলক হুকুম দিলে। কিন্তু শিক্ষকসকলে সেই হুকুম মানিবলৈ অসম্মতি প্ৰকাশ কৰাত অসভ্য বৃটিছ অফিচাৰ ফিন্সে শিক্ষককেইজনক গতিয়াই গুৰিয়াই মাৰি কিলাই অপমান কৰি বন্দুকৰ সঙ্গীনৰ খোঁচৰ ভয় দেখুৱাই জোৰ জবৰ কৰি ঘৰৰ ওপৰলৈ উঠাই পতাকা নমাই আনিবলৈ বাধ্য কৰালে। পৰাধীনতাৰ তীব্ৰ জ্বালা তেওঁলোকে হাড়ে-হাড়ে মৰ্মে-মৰ্মে অনুভৱ কৰিলে। তথাপি কি কৰিব? বেচেৰাহঁতৰ উপায় নাই। পেটৰ দায়ত চাকৰিৰ মোহত আত্মসন্মানো বিসৰ্জন দিব লগা হ'ল। নগাৱঁৰ প্ৰায় গোটেইকেইখন হাইস্কুলৰ ছাত্ৰই স্বাধীনতা সংগ্ৰামত সহযোগ কৰি কাৰাবৰণ ভোগ কৰি ছাত্ৰ সমাজৰ তথা দেশ আৰু জাতিৰ গৌৰৱ বৃদ্ধি কৰাইছিল। অনেক ছাত্ৰক বিনা বিচাৰে কাৰাগাৰত আটক কৰি ৰাখিছিল। জিলাৰ নিম্ন প্ৰাইমাৰী স্কুলৰ প্ৰায় শিক্ষকেই এই জাতীয় আন্দোলনত



আংশিকভাৱে হলেও ইন্ধন যোগাইছিল। তেওঁলোকে দৈনিক স্কুল আৰম্ভণিৰ সময়ত 'বন্দে মাতৰম্' গীত গোৱাই ছাত্ৰ-ছাত্ৰীসকলৰ দ্বাৰা জাতীয় পতাকা অভিবাদন কৰাইছিল। এনেবিলাক কাৰণত তেতিয়াৰ নগাওঁ লোকেল বোৰ্ডৰ মুছলীম লীগ পন্থী চেয়াৰমেনে শিক্ষকসকলৰ বহুতক কামৰপৰা সাময়িকভাৱে অৱসৰ লবলৈ বাধ্য কৰায় আৰু বহুত স্কুল বাতিল কৰি দিয়ে। গৱৰ্ণমেণ্ট সাহায্যপ্ৰাপ্ত স্কুলৰ কৈফিয়ৎ তলব কৰে আৰু অবিলম্বে ঠিকমতে স্কুলৰ পঢ়া-শুনা আৰম্ভ নকৰিলে চৰকাৰী সাহায্য বন্ধ কৰাৰ হুমকি দিয়ে। গৱৰ্ণমেণ্টৰ তৰফৰপৰা এইৰূপ চোকা নিৰ্দেশ পাই শিক্ষকসকলে সামান্য সংখ্যক ছাত্ৰকে সংগ্ৰহ কৰি পুনৰ স্কুল পৰিচালনা কৰিবলৈ ধৰিলে। কিন্তু দুখৰ বিষয় মেৰুদণ্ডহীন দুৰ্বলচিতীয়া একতাহীন শিক্ষক সমাজে ৰহাৰ শিক্ষকসকলক অন্যায়ভাৱে কৰা অপমানৰ কোনো ন্যায়সঙ্গত প্ৰতিবাদ নকৰি আত্মমৰ্যাদাহীন 'বেমালুম' ভাবে এই মহা অপমান সহজে হজম কৰি শিক্ষক সমাজত কলঙ্কৰ চিৰ বেখাপাত কৰি ৰাখিলে।

বৰহম্পুৰৰ ঘটনাই নগাওঁবাসীৰ অন্তৰ পুনৰ চঞ্চল আৰু ব্যথিত কৰি তুলিলে। ১৯ চেপ্তেম্বৰ তাৰিখে এই অত্যাচাৰৰ প্ৰতিবাদ সভা কৰিবলৈ যাওঁতে ৰূপহী অঞ্চলৰ বাটত কলিয়াবৰৰ প্ৰসিদ্ধ কৰ্মী শ্ৰীযুত বদনচন্দ্ৰ বৰদলৈক গ্ৰেপ্তাৰ কৰি নগাৱঁৰ জেলত আটক কৰি ৰাখিলেহি। বৃটিছ গৱৰ্ণমেণ্টে ভাবিছিল—অত্যাচাৰ, উৎপীড়ন, হত্যা আৰু গ্ৰেপ্তাৰদ্বাৰা দেশত শান্তি প্ৰতিষ্ঠা কৰিব। কিন্তু বিবেকহীন বিদেশী গৱৰ্ণমেণ্টে এই কথা নাভাবিলে যে যিমানেই অত্যাচাৰ হ'ব সিমানেই বিদ্ৰোহীৰ অন্তৰত প্ৰতিহিংসাৰ ভাব প্ৰজ্বলিত হৈ উঠিব। বৰহম্পুৰৰ হত্যাকাণ্ডৰ পিছত জিলাৰ কোনো কোনো গাৱঁত ভয় ভাব সোমাল। ফলত প্ৰকাশ্য আন্দোলন সেই-বিলাক গাৱঁত কমিবলৈ ধৰিলে। কৰ্মীসকলে গাৱেঁ-ভূঁঞে ঘূৰি জনসাধাৰণৰ প্ৰাণত বল আনিবৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে। প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক শ্ৰীযুত

দেৱকান্ত বৰুৱাই এইবিলাক কাম কৰিবলৈ আহি কেইখনমানঠাই ঘূৰাঘূৰি কৰাৰ পিছতে পুলিচে গম পাই গ্ৰেপ্তাৰ কৰি জেলত ভৰাই থলে। শান্তি-সেনাবাহিনীৰ অধিনায়ক মৌলবী ইচ্‌লাম খাঁ গ্ৰেপ্তাৰ হ'ল। তেখেতৰ ঠাইত অধিনায়ক হ'ল ডেকা উদীয়মান কৰ্মী শ্ৰীযুত লক্ষ্মীপ্ৰসাদ গোস্বামী। শান্তি-সেনাৰ মাজত দুৰ্বলতা অহাৰ কাৰণে তেওঁলোকৰপৰাই বাছি বাছি যুৱক-যুৱতীসকলক লৈ এই লেখকৰ তত্ত্বাৱধানত পৃথকভাৱে গোটেই জিলা জুৰি 'মৃত্যুবাহিনী' নাম দি এটি নতুন মৰণজয়ী দল গঠন কৰা হ'ল। জিলাৰ প্ৰত্যেক অঞ্চলতেই প্ৰকাশ্য আৰু গোপনভাৱে বৈঠক বহুৱাই পুনঃ জনগণৰ মাজত নিৰ্ভয় ভাব আনিবলৈ সমৰ্থ হ'ল। চেপ্তেম্বৰ মাহ প্ৰায় সমাপ্ত, অক্টোবৰ মাহৰ ২ তাৰিখে মহাত্মা গান্ধীৰ জন্ম দিবস আগত। এই দিবস উপলক্ষ কৰি জিলা কংগ্ৰেছ কমিটিয়ে 'গান্ধী জয়ন্তী' পালন কৰিবৰ নিমিত্তে সপ্তাহব্যাপি কৰ্মতালিকা জনসাধাৰণৰ আগত দাঙি ধৰিলে। অক্টোবৰৰ ২ তাৰিখৰ প্ৰভাতী অৰুণ উদয়ৰ লগে লগে নগাৱঁৰ শিথিল বীণাৰ তাঁৰ যেন টান খাই উঠিল আৰু 'বন্দে মাতৰম্' ধ্বনিৰে ঝঙ্কাৰ তুলি পৰ্বতে কন্দৰে প্ৰতিধ্বনি তুলিলে। তাৰেই তালত নগাওঁবাসীৰ বিদ্ৰোহী মন উতলি উঠিল। গাৱঁৰ ডেকা-গাভৰু, পুৰুষ-মহিলাই দলে দলে সমবেত হৈ নামঘৰে নামঘৰে, মন্দিৰে মন্দিৰে তেওঁলোকৰ মহান নেতা প্ৰাণৰ দেৱতা মহামানৱ মহাত্মা-গান্ধীৰ দীৰ্ঘজীৱন কামনা কৰি ভগবানৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনালে। প্ৰাৰ্থনাৰ পাছত সভা শোভাযাত্ৰাৰে গোটেই নগাৱঁৰ গাওঁ-ভূঁইৰ আকাশ-বতাহ মুখৰিত কৰি তুলিলে। মৰিগাৱঁত ১২ (বাৰ) জন মৃত্যুবাহিনীৰ ডেকাই থানাৰ সন্মুখত সভা আহ্বান কৰি দিন ঘোষণা কৰিলে। মৰিগাওঁ অঞ্চলৰ বিভিন্ন গাৱঁৰ-পৰা দলে দলে নৰ-নাৰীয়ে শোভাযাত্ৰা কৰি আহি সেই আহ্বায়িত সভাস্থলিত উপস্থিত হ'লহি। অগণন নৰ-নাৰীৰ শোভাযাত্ৰা যেতিয়া থানাৰ ফালে অগ্ৰসৰ হ'বলৈ ধৰিলে তেতিয়া থানাৰ পুলিচবিলাকে থানা দখল কৰিবলৈ অহা বুলি ভাবি নিৰুপায় হৈ হাতযোৰ কৰি



ৰাইজক প্ৰাৰ্থনা জনালে যাতে ৰাইজ সিমানৰপৰাই উভতি যায় আৰু লগতে মৃত্যুবাহিনীৰ সত্যাগ্ৰহীকেইজনক গ্ৰেপ্তাৰ কৰা হ'ল বুলি জনালে। পুলিচৰ প্ৰাৰ্থনাত ৰাইজ সন্তুষ্ট হ'ল। মৃত্যুবাহিনীৰ সেনাকেইজনে ৰাইজক বিদায় জনাই আতৰ হ'ল। মৃত্যুবাহিনীৰ চৈধ্যজন বীৰ বাহিৰ হৈ যোৱা দেখি আৰু বহুতো যুৱকে নিজকে মৃত্যুবাহিনীৰ সৈনিক বুলি পৰিচয় দি গ্ৰেপ্তাৰ হ'বলৈ আগবাঢ়ি গ'ল; কিন্তু পুলিচে তেওঁলোকক গ্ৰেপ্তাৰ কৰা নহ'ব বুলি জনালে। তাৰ পিছত আগতে আতৰ হোৱা ১৪ জন মৃত্যুবাহিনীৰ ডেকাক ৰাইজে অভিনন্দন জনাই সূৰ্যাস্তৰ লগে লগে নিজ নিজ গাৱঁলৈ উভতি গ'ল। নিৰুপদ্ৰৱ শান্তিৰ মাজেদিয়ে হৃদয়গ্ৰাহী পৰিবেশত এই দিনৰ কাৰ্য সমাধা হৈছিল। থানাৰ দাৰোগাৰ অনুপস্থিতিত সাধাৰণ হাবিলদাৰ এজনে তৎপৰতাৰে কৌশলৰদ্বাৰা নিজৰ কৰ্তব্য সম্পাদন কৰিলে। গ্ৰেপ্তাৰ কৰা ডেকাকেইজনক নগাওঁ আদালতলৈ পঠাই দিয়ে আৰু তেওঁলোকক কাৰাদণ্ড বিহে। এইদৰে পুৰণিগুদাম সুতাৰ-পানী-গাৱঁৰপৰা এটা বিৰাট শোভাযাত্ৰা বাহিৰ হৈ গাওঁ পৰিভ্ৰমণ কৰে। এনেতে নগাৱঁৰপৰা এদল বন্দুকধাৰী পুলিচ গৈ সেই শোভাযাত্ৰাকাৰী-সকলৰ ওপৰত বেত্ৰাঘাত কৰি জনতাক ছত্ৰভঙ্গ কৰি দিয়ে আৰু তেওঁলোকৰ ভিতৰৰ ৯০জন লোকক গ্ৰেপ্তাৰ কৰি মাৰধৰ কৰি মটৰত ভৰাই লৈ নগাওঁ চহৰ পোৱালেহি। বাটত প্ৰহাৰ কৰি অত্যাচাৰীহঁতৰ হেপাহ নপলাল। চহৰ পাই তেওঁলোকক মটৰৰপৰা নমাই ঘৰৰ ভিতৰত সুমাই লৈ গোটেইবোৰকে দগৰি কোবাই তহিলং কৰিলে। মাৰকিল কৰাৰ পাছত ৯০ জনৰ ভিতৰৰ ৪৫ জনক জেললৈ পঠাই বাকীবোৰক এৰি দিলে। কলিয়াবৰৰ বিভিন্ন গাৱঁৰ কংগ্ৰেছ কমিটিবিলাকে জয়ন্তী উৎসৱৰ কাৰণে সভা শোভাযাত্ৰা আদিৰ বিৰাট আয়োজন কৰে। এই সংক্ৰান্তত এই অঞ্চলতো বহুত কৰ্মীক গ্ৰেপ্তাৰ কৰি মাৰধৰ কৰাৰ পিছত নগাওঁ জেললৈ চালান দিয়ে। এইবিলাক অঞ্চলৰ বাদেও বাৰপূজীয়া, চৰাইবাহী, ভকতগাওঁ, কপাহসেৰা, জাজৰি, হাতীচোং, হাতীগড়, কামপুৰ,

জাগী, ননৈ, পোটনী আৰু বৰহমপুৰ আদি অঞ্চলৰ প্ৰত্যেক গাৱঁতে এই উৎসৱ প্ৰতিপালিত হ'ল। এইবিলাক ঠাইৰো কোনো কোনো কৰ্মীক গ্ৰেপ্তাৰ কৰি জেলত বন্দী কৰি থলে।

স্বাধীনতা সংগ্ৰামত নগাঁওবাসীৰ দৃঢ়তা দেখি বিদেশী গৱৰ্ণমেণ্টৰ গোলামহঁতৰ চকুত টোপনি নহা হ'ল। পূৰ্ণমাত্ৰাই অত্যাচাৰৰ দ্বাৰা জনগণক দমন কৰাৰ বাহিৰে আন কোনো উপায় সিহঁতৰ অন্তৰ্বৰ মগজুত ঠাই নাপালে। নগাওঁবাসীৰ স্বাধীনতাৰ এই উগ্ৰ মনোভাব মষিমূৰ কৰিবৰ নিমিত্তে পুলিচ ইন্স্পেক্টৰ ঈশ্বাদ্ আলিক সদলবলে মৰিগাওঁ অভিমুখে পঠালে। মৰিগাওঁ থানাৰ ছিলটীয়া দাৰোগা আব্দুল লটিফ্ চৌধুৰীক লগত লৈ এই অঞ্চলৰ গাওঁবিলাকত অত্যাচাৰ কৰিবলৈ লাগি গ'ল। বৰঙাবাৰী গাৱঁত সোমাই বহুতো গৃহস্থৰ ঘৰ, বেৰ, দুৱাৰ আদি কাটি ছিঙি অনেক সা-সম্পত্তি নষ্ট কৰি পেলালে আৰু বহুত মুনিহ-তিৰোতাক অমানুষিকভাৱে মাৰ-ধৰ কৰিলে। তাৰ পিছত কোমোৰাগুৰি গাৱঁলৈ গৈ মিছামাৰি সত্ৰত প্ৰবেশ কৰি পূজ্যপাদ বৃদ্ধ সত্ৰাধিকাৰ প্ৰভুক ঘৰৰপৰা টানি আনি মাৰ-কিল কৰি অত্যাচাৰ কৰিলে আৰু তেখেতৰ ঘৰ দুৱাৰ ভাঙি পেলালে। নাওঁকটা গাৱঁত সোমাই ওপৰোক্তৰূপে অত্যাচাৰ আৰম্ভ কৰে। ইয়াৰ পিছত গড়মাৰি গাৱঁলৈ গৈ মণ্ডল এজনৰ ঘৰ এটা কংগ্ৰেছ কৰ্মী থাকে বুলি সন্দেহ কৰি ভাঙি পেলায়। নাওঁকটা গাৱঁত সোমাই কালশিলা সত্ৰৰ গোসাঁইক গ্ৰেপ্তাৰ কৰি ওপৰ হাত তুলি অপমানিত কৰে আৰু তেখেতক নগাঁও জেলত বন্দী কৰি ৰাখে। এই নাওঁকটা গাৱঁতে মানুহৰ ঘৰৰ ভিতৰ সোমাই পশুহঁতে মহিলাৰ ওপৰত পাশৱিক অত্যাচাৰ কৰি সতীত্ব নষ্ট কৰে। ইয়াৰ পিছত দলৈচুবা গাৱঁলৈ গৈ কেইঘৰমান মানুহৰ বয়-বস্তু আৰু টকা-পইচা লুটপাত্ কৰে আৰু অনেক গৃহস্থৰ ঘৰ-দুৱাৰ ভাঙি লাংলাং ঠাংঠাং কৰে। দলৈচুবা গাৱঁৰ সত্ৰত সোমাই ঘৰৰ ভিতৰত অধিকাৰক মাৰকিল কৰি অপমানিত কৰে। অসভ্য নৰপশুহঁতে এই গাৱঁৰ মহিলাৰ ওপৰতো পাশৱিক অত্যাচাৰ কৰে আৰু বহুতৰ



সতীত্ব নাশ কৰে। অত্যাচাৰীৰ দলে কাঁহিবাৰী গাৱঁতো অত্যাচাৰ উৎপীড়ন কৰি লঠাবাৰী গাৱঁৰ কংগ্ৰেছ কৰ্মী গিৰীশ নাথৰ ঘৰ-দুৱাৰ, বাঁহৰ বাচন-বৰ্তন আদি সকলো চুৰমাৰ কৰি বীৰদৰ্পে থানালৈ উলটিল, যেন দুৰ্বাৰ ৰণতহে জয়ী হ'ল। এই দুদিনৰ ভিতৰতেই ওপৰোক্ত মৰিগাওঁ অঞ্চলৰ বিভিন্ন গাৱঁৰপৰা ৩২ জনমান মানুহক গ্ৰেপ্তাৰ কৰি নগাওঁ কাৰাগাৰত বন্দী কৰি থলেহি।

মৰিগাৱঁত অত্যাচাৰ কৰিয়েই ঈশ্বাদ্ আলি আৰু আব্দুল লটিফৰ হেপাহ নপলাল। সিহঁতে ১২ অক্টোবৰ ( ২৫ আহিন ) তাৰিখে গভীৰ নিশা সদলবলে অস্ত্ৰেশস্ত্ৰে সুসজ্জিত হৈ জাগীগাৱঁত হানা দিলেগৈ। জাগীগাৱঁৰ ৮২ ঘৰ মানুহৰ ঘৰত সোমাই লুট-পাত, মাৰ-পিত আৰম্ভ কৰে। এই অত্যাচাৰী পুলিচ দস্যুদলে জাক পাতি পাতি গৃহস্থক কোনো সোধ-পোছ নকৰি হুৰমুৰকৈ দুৱাৰ ঘৰ ভাঙি ছিঙি গিৰ্গিৰ্কৈ ঘৰৰ ভিতৰত সোমাই মানুহৰ মূল্যবান সা-সম্পত্তি লুটিবলৈ ধৰিলে। হিতাহিত জ্ঞান নথকা, লাজ-চৰমৰ ভু নোপোৱা দস্যুহঁতে নিশা গভীৰ নিদ্ৰাগত শান্তিপ্ৰিয়, লাজ-চৰমৰ ভু পোৱা, আবুৰত থকা গৃহস্থৰ ভিতৰত সোমাই স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সকলোৱে আঠুৱা দাঙি পাপী, কলুষ হাতেৰে স্পৰ্শ কৰি শোৱা ঢাৰি-পাটীৰপৰা হুৰ্হুৰ্কৈ টানি আনে, এনে অৱস্থাত টোপনিত উৱা-ভুৱা লাগি তেৰিমেৰি কৰিলে উত্তম-মধ্যম লগাই দিয়ে। কোনো কোনো ঘৰত স্বামী-স্ত্ৰী একে শয্যাতে শুই থকা অৱস্থাৰপৰাই পুৰুষজনক হুৰ্হুৰ্কৈ টানি আনি প্ৰহাৰ কৰিছিল। এঘৰত এগৰাকী ন-মহীয়া গৰ্ভৱতী মহিলাই শয্যাৰপৰা তেওঁৰ স্বামীক মাৰি কিলাই টানি আজুৰি নিয়াত বাধা দিওঁতে নিষ্ঠুৰ পুলিচ দুৰ্বৃত্তহঁতে তেনে অৱস্থাৰ মহিলা গৰাকীক ভীষণভাৱে মাৰ-ধৰ কৰে। মহিলা গৰাকীৰ গালত যি কেইটা কাণতলীয়া চৰ সোধালে, তাৰ চিনস্বৰূপে সেৰ্-সেৰ্কৈ ক'লা পৰি আঙুলিৰ দাগ বহি ৰ'ল আৰু গাল দুখন উখহি দোণ যেন হ'ল। চৰ মাৰোতে পৰি গৈছিল যদিও তেওঁৰ স্বামী শ্ৰীকনকেশ্বৰ বৰুৱাদেৰক পুলিচৰ হাতৰপৰা এৰুৱাব নোৱাৰিলে।

জাগীৰ প্ৰসিদ্ধ কংগ্ৰেছ কৰ্মী শ্ৰীযুত প্ৰিয়নাথ শৰ্মাৰ স্ত্ৰীৰ কাণৰপৰা দস্যুহঁতে থুৰীয়া কাঢ়ি লৈ যায়। গাৱঁৰ প্ৰায় ৮০/৯০ জন মানুহক মাৰি কিলাই ৰাতিৰ ভিতৰতে মৰিগাওঁ থানালৈ লৈ যায়। থানাত গোটেই দিন আটক কৰি ৰাখি প্ৰত্যেকৰপৰা জোৰ কৰি কংগ্ৰেছৰ কাম নকৰিব বুলি মুচুলুকা লৈ কোনোমতে এৰি দিলে। আব্দুল লটিফে মৰিগাওঁ অঞ্চলৰ হোজা মানুহবিলাকক প্ৰতি পদে পদে ভয় দেখুৱাই ঘোঁচ খোৱাৰ বোন্দা হৈ পৰিল।

মৰিগাওঁ আৰু জাগীৰ অত্যাচাৰে নগাৱঁৰ যুৱকদলৰ মন ব্যথিত কৰি তুলিলে। যুৱক প্ৰাণ ক্ষুব্ধ হৈ উঠিল আৰু আত্মোৎসৰ্গৰ প্ৰেৰণাৰে উত্তেজিত হৈ পৰিল, প্ৰতিশোধ লোৱাৰ সপোন দেখিলে। লগতে ছাত্ৰসকলৰ অনেকেই আন্দোলনৰ বিৰোধিতা কৰি স্কুল খোলাত লাগি পৰা দেখি স্বদেশপ্ৰেমী বিদ্ৰোহী যুৱকসকলৰ মনৰ তিক্ততা আৰু বাঢ়ি উঠিল। এইবিলাক সাতে সোতৰই জিলা জুৰি আকৌ বিদ্ৰোহৰ ৰঙা-ধোঁৱা মেলিলে। কলিয়াবৰৰ জখলাবন্ধাত থকা বন বিভাগৰ অফিচ গৃহ ভস্মীভূত হ'ল। বেবেজিয়া, পুৰণিগুদাম, কলিয়াবৰ আদিৰ স্কুলঘৰ বহ্নি দেৱতাৰ মুখত পৰিল। জিলাৰ বিভিন্ন ঠাইত সভা-শোভাযাত্ৰা আদি চলিবলৈ ধৰিলে হাট-বজাৰত ধান-চাউল আদি বেচা-কিনা প্ৰায় বন্ধ কৰি দিলে। কোনোবা বেপাৰী মহাজনে মনে মনে লুকাই চুৰকৈ অন্য বোজাই গাড়ী বা নাওঁ পালে নষ্ট কৰি নাইবা পানীত ডুবাই লটি-ঘটি কৰিবলৈ ধৰিলে। চৰকাৰী আদালত আদি অচল কৰি মামলা-মোকৰ্দমা গাৱঁলীয়া পঞ্চায়তৰ দ্বাৰা সোধ কৰাৰ ব্যৱস্থা কৰিলে। এই সময়তে কলিয়াবৰ অঞ্চলৰ শলাল বাগিচাৰ গুদামঘৰৰ দৰ্জা-খিৰিকী ভাঙি কোনোবা লোকে গন্ধক আৰু কিছুমান লোহাৰ হাথিয়াৰ-পাতি উধাও কৰাত, হয়াতো কোনো ৰাজনৈতিক কাৰণ নিহিত আছে বুলি কলিয়াবৰ গাওঁ ঘেৰাও কৰে আৰু লগে লগে অত্যাচাৰ আৰম্ভ কৰে। কলিয়াবৰৰ কংগ্ৰেছকৰ্মী বলো ভূঞা আৰু জয়ৰাম নামে দুজন লোকক এই উপলক্ষে গ্ৰেপ্তাৰ কৰি বহুতো মাৰ-কিল কৰাৰ



পাছত নগাওঁ জেললৈ চালান দিয়ে। পুৰথৰীয়া গাৱঁৰ শ্ৰীভোগেশ্বৰ নেওগ নামৰ এজন কংগ্ৰেছ কৰ্মীৰ গৃহত মৃত্যুবাহিনীক শিক্ষা দিয়া হয় বুলি সন্দেহ কৰি তেওঁৰ নতুনকৈ সজা ঘৰৰ কাঠৰ দৰ্জা-খিৰিকী বেৰ আদি খুকুৰীৰে কাটি-ছিঙি সাং কৰিলে। ঘৰৰ ভিতৰৰ কাঁহী-বাটি বয়-বস্তু ভাঙি-ছিঙি ঘুগুলা কৰি লাংলাং-ঠাংঠাং কৰি গুচি আহিল।

বিদেশী বৃটিছ গৱৰ্ণমেণ্টৰ ফালৰপৰা হত্যাকাণ্ড, শাৰীৰিক অত্যাচাৰৰ দমন নীতি অৱলম্বন কৰি কৃতকাৰ্য হ'ব নোৱাৰি পাশৱিক অত্যাচাৰৰ লগতে আৰ্থিক দমন নীতিও অৱলম্বন কৰি জনসাধাৰণক কবায়ত্ত কৰিবৰ মানসে নগাওঁবাসীৰ ওপৰত পাইকাৰী জৰিমনা ধাৰ্য কৰিলে। প্ৰথমে এই পাইকাৰী জৰিমনা ৰহা অঞ্চলত লগালে। পাইকাৰী জৰিমনা আদায় কৰিবৰ কাৰণে অস্ত্ৰধাৰী পুলিচৰ দল গৈ নিশা বাৰপুজীয়া গাওঁ ঘেৰাও কৰি গৃহস্থৰ ঘৰৰ ভিতৰত সোমাই বয়-বস্তু জোৰ-জবৰদস্তিৰে ক্ৰোক কৰিলে। হোজা গৃহস্থৰ ঘৰত হানা দি এনেদৰে লোট কৰাটো পুলিচৰ হাতৰ পাছ হৈ পৰিছিল। যিসকল গৃহস্থই পাইকাৰী জৰিমনা বাবদ টকা-কড়ি উলিয়াই দিলে সেইসকল লোকৰ গহনা-গাঠৰি ওভোতাই দিলে। যিসকল ডাঠ মনৰ লোকে টকা উলিয়াই নিদিলে সেইসকল লোকৰ গহনা-পাতিকে লৈ প্ৰস্থান কৰিলে। জৰিমনা ধাৰ্যৰ কোনো নিৰিখ নাই যাৰ ঘৰৰ-পৰা জোৰ বলকৈ যিমান পাৰে বেছিকৈ আদায় কৰি সোপাকে নিলে। বাৰপুজীয়াৰ মিকিৰ গাৱঁৰ মানুহক ক'লে যে ৩/৪ দিনৰ ভিতৰত তেওঁলোকে জৰিমনা আদায় কৰি দি নাহিলে তেওঁলোকৰ ঘৰবোৰত জুই জ্বলাই দিয়া হ'ব। গাৱঁৰ মানুহে একমুঠ হৈ ঠিক কৰিলে যে পুলিচে জোৰ-জবৰদস্তি আদায় নকৰা পৰ্যন্ত স্বেচ্ছাই কোনেও এটা ফুটা কড়িও নিদিব। পুলিচৰ নিৰ্দিষ্ট শেষদিনা গাওঁবাসীয়ে অত্যাচাৰ শিৰ পাতি ল'বলৈ সাজু হ'ল। গাৱঁৰ গাভৰু আৰু ভয়াতুৰ তিৰোতাসকলক গাৱঁৰপৰা আঁতৰাই ৰাখিলে। কেৱল পুৰুষ আৰু সাহসী মহিলাসকল মাথোন গাৱঁত থাকিল।

নিৰ্দিষ্ট দিন পাৰ হ'ল, কিন্তু পুলিচ নাহিল। কেইদিনমানৰ পাছত আহি গাওঁবাসীক নানাৰকম প্ৰলোভিত বুজনিৰে জৰিমনা আদায় কৰাৰ চেষ্টা কৰিলে, কিন্তু গাওঁবাসী তেওঁলোকৰ সঙ্কল্পত অচল অটল। ইয়াৰ পিছত এদিন হঠাৎ সশস্ত্ৰ পুলিচ আহি মিকিৰ গাওঁ ঘেৰাও কৰি জোৰ কৰি জৰিমনা কিছু আদায় কৰি নিলেহি। বহা, বাৰপূজীয়াৰপৰা জৰিমনা আদায় কৰি পুলিচ ফৌজ সদলবলে চবাইবাহী মৌজাৰ পাইকাৰী জৰিমনা আদায় কৰিবৰ নিমিত্তে চবাইবাহীৰ স্কুল ঘৰত শিবিৰ স্থাপন কৰিলেগৈ। চবাইবাহী অঞ্চলৰ মানুহবিলাকক ধৰি আনি প্ৰথমেই চবাইবাহী শাখা কংগ্ৰেছ অফিচ গৃহটি ভাঙি পেলাবলৈ বাধ্য কৰায়। প্ৰসিদ্ধ অত্যাচাৰী লম্বোদৰ শইকীয়া দৰোগাৰ চবাইবাহীত এই প্ৰথম কীৰ্তি। ইয়াৰ পিছত গভীৰ নিশা অস্ত্ৰে-শস্ত্ৰে সজ্জিত হৈ একোখন গাৱঁত হানা দি গৃহস্থৰ ভিতৰত জবৰদস্তি সোমাই মানুহক মাৰপিত কৰি পাইকাৰী জৰিমনা আদায় কৰিবলৈ ধৰিলে। এনেৰূপে গাৱঁৰ মানুহৰ ওপৰত অত্যাচাৰ আৰু অনাচাৰ কৰা দেখি কোনো কোনো গাৱঁৰ মানুহে ভয়তে স্বেচ্ছাই জৰিমনা আদায় দিলেগৈ। কিন্তু মায়ঙীয়া আৰু মেধি গাৱঁৰ মানুহে যিমানেই অত্যাচাৰ নহওক লাগিলে স্বেচ্ছাই জৰিমনা নিদিবলৈ থিৰাং কৰিলে। গাৱঁৰ মাজত চোৰাংচোৱা সুমুৱাই দি এইবোৰ ভিতৰুৱা কথাৰ পুলিচে ভু লৈ নিশা অকস্মাতে মেধিগাওঁ আক্ৰমণ কৰি ঘৰৰ ভিতৰৰপৰা পুৰুষসকলক টানি আনি মাৰ কিল কৰি জৰিমনা আদায় কৰিলে। মেধিগাওঁ ইমানতে ৰক্ষা পৰিল। এইবাৰ মায়ঙীয়া গাৱঁৰ পাল পৰিল। মায়ঙীয়া গাৱঁৰ পুৰুষ-মহিলা সকলোৱেই জানিলে যে তেওঁলোকৰ সেইদিনা কিল খোৱাৰ পাল পৰিছে। নিজম নিশা পুলিচ আহি গাৱঁত হানা দিবহি; ভয়-বিভীষিকাত পুলিচৰ অত্যাচাৰ জৰ্জৰিত গাৱঁৰ কাহিনীবোৰ শুনি ভয়ে-ভীতে ভাবি গুণি গোটেই গাওঁখনেই ফুট গধূলিৰপৰাই কাঁহপৰি জীণ যোৱা যেন হৈ নিজম পৰি আছিল। নিশাৰ শেষ প্ৰহৰ উপস্থিত হ'ল পৰপদসেৱী দাৰোগা লম্বোদৰ



শইকীয়াই গোৰাৰ পুলিচ দলৰ সেনাপতিত্ব কৰি সশস্ত্ৰে সাজি কাঁচি গিৰিপ্ গিৰিপ্ শবদেৰে ৰাজ্য জিনিবলৈ যোৱাৰ দৰে মায়ঙীয়া গাওঁ আক্ৰমণ কৰিলেগৈ। মায়ঙীয়া গাৱঁৰ প্ৰতি ঘৰে ঘৰে হাঁহাকাৰৰ ধ্বনিয়ে গভীৰ নিশাৰ মৌনতা ভাঙি পেলালে। কোনো কথা নাই, কোনো বাৰ্তা নাই, কোনো সোধ-পোছ নাই, হুৰ্ হুৰ্ কৈ ঘৰ-দুৱাৰ ভাঙি ভিতৰ সোমাই যাকে য'তে পালে উধাই মুধাই মাৰ সোধালে। অবলা মাতৃজাতিও এই উৎপীড়নৰপৰা বাদ নপৰিল। মাৰি-কিলাই জোৰ জবৰ কৰি জৰিমনা আদায় কৰিলে। নিখিলভাৰত শিপিনী সঙ্ঘৰ চবাইবাহী কেন্দ্ৰৰ কৰ্মী ক্ষীৰোদ বৰুৱা আৰু কৃষ্ণ ৰাজখোৱাক ধৰি ভীষণভাৱে খুন্দিলে—যাৰ ফলত তেওঁলোকৰ দেহৰপৰা ৰক্তপাত হ'ল। সঙ্ঘৰ ঘৰৰ তলা-চাবি বন্ধ কৰি দিলে আৰু সম্পত্তিবিলাক বাজেয়াপ্ত কৰি পেলালে। সঙ্ঘৰ অফিচ প্ৰাঙ্গনত থকা পতাকা-দণ্ড কাটি দলিয়াই পেলাই দি পতাকাক অৱমাননা কৰিলে। চবাইবাহী পুলিচ শিবিৰৰপৰা সহকাৰী দাৰোগা তৰুণ চন্দ্ৰ বৰকটকীৰ অধীনত আৰু এদল চিপাহীয়ে সোণাই নদী পাৰ হৈ কংগ্ৰেছী জনসাধাৰণক শাসন কৰিবলৈ বীৰদৰ্পে গ'ল। মিকিৰভেটা, চৰতৱৰী, ওৱাবৰি আদি গাৱঁত সোমাই মানুহবিলাকক উধাই-মুধাই কোবাই কিলাই নগুৰ শাস্তি দিলেগৈ যাতে ভবিষ্যতলৈ কেতিয়াও কংগ্ৰেছী আন্দোলন নকৰে আৰু গৱৰ্ণমেণ্টৰ বিৰোধী কংগ্ৰেছ কৰ্মীসকলক গাৱঁত ঠাই নিদিয়ে তাৰ বাবে সতৰ্ক বাণী শুনায়। অতি দুখ আৰু পৰিতাপৰ কথা,—এইবিলাক ওচৰ-চুবুৰীয়া গাৱঁৰ যিবোৰ মানুহে বীৰপুঙ্গৱ তৰুণক সৰুকালতে বোকোচা-কোলা লৈ আদৰ-স্নেহ কৰি লৈ ফুৰিছিল সেইবোৰ বোকোচা উঠা পিঠিকেই, সশস্ত্ৰ পুলিচৰ সহায়ত বীৰ সাজি, বেতেৰে কোবাই দবাদৰ কৰি ৰাঙলী তেজৰ ধাৰ বোৱাই কাললৈ চেনেহৰ খিয়াতি ৰাখি সগৌৰৱে শিবিৰলৈ উভতিল।

অত্যাচাৰী পুলিচ দলে চৰাইবাহীৰ কাৰ্য সমাধা কৰি সদলবলে আহি বাৰপূজীয়াৰ ছাত্ৰবৃত্তি স্কুলঘৰত খলি পুতিলেহি। এইবাৰ

মিকিৰভেটা মৌজাৰ কপাসেৰা ভকতগাওঁ অঞ্চলৰ পাল পৰিল। বন্দুকধাৰী পুলিচ দলে অসভ্য লম্বোদৰ দাৰোগাৰ নেতৃত্বত ৰাতি মাজনিশা কপাসেৰা, ভকতগাঁও, সোণাৰগুৰি আৰু ঘুমতি গাওঁ আক্ৰমণ কৰিলে। ৰাতিৰ ভিতৰতেই দুৰ্বৃত্তবোৰে প্ৰত্যেক গৃহস্থৰ ঘৰত সোমাই মানুহবিলাকক মাৰি কিলাই উলিয়াই আনি থূপাই-কোছাই ভকতগাৱঁৰ বাকৰিত জমা কৰিলে, লগতে ভকতগাওঁ শাখা কংগ্ৰেছ অফিচ আৰু শিবিৰ জুই দিয়াই পুৰি পেলালে।

ৰাতি পুৱালত ভকতগাৱঁৰ বাকৰিত থূপাই জমা কৰা মানুহ-বিলাকক মাৰি কিলাই বাৰপূজীয়াৰ পুলিচ শিবিৰলৈ লৈ গ'ল। অত্যাচাৰী পুলিচজাকে কেম্পত নি আকৌ মাৰি কিলাই বেছি ভয় দেখুৱাই জৰিমনা আদায়ৰ প্ৰতিশ্ৰুতি ল'লে। বাৰপূজীয়া আৰু মিকিৰভেটা মৌজাৰ পাইকাৰী জৰিমনা আদায় কৰি বাৰ-পূজীয়াৰ শিবিৰ পৰিত্যাগ কৰি গুচি গ'ল। ৰহা থানাৰ অন্তৰ্গত আৰু বহুতো গাৱঁৰপৰা পাইকাৰী জৰিমনা আদায় কৰিলে। ইয়াৰ পিছত এইবাৰ কামপুৰৰ পাল আহি পৰিল। কামপুৰত স্থাপিত অতিৰিক্ত পুলিচ শিবিৰৰ দাৰোগা মহেন্দ্ৰ চৌধুৰীৰ অধীনত এদল সশস্ত্ৰ পুলিচে কামপুৰ অঞ্চলৰ নিজ কামপুৰ, কামপুৰ, আটিগাওঁ, পাচনি ঝাৰ, তেতেলি সৰা আদি অনেক গাৱঁত গভীৰ নিশা হানা দি গাওঁবাসীবিলাকক মাৰপিত আদিৰে উপদ্ৰৱ কৰি পাইকাৰী জৰিমনা আদায় কৰিবলৈ লাগিল। ২৫ আগষ্ট তাৰিখে দাঙ্গা-হাঙ্গামা কৰি ৰেল-ষ্টেচন আৰু তহচিল ঘৰৰ মাল-পত্ৰ ক্ষতিগ্ৰস্ত কৰাৰ অপৰাধত অভিযুক্ত কৰি সৰ্বশ্ৰী কৃষ্ণ গোস্বামী, ভাৰতচন্দ্ৰ গোস্বামী, নবীন কবিৰাজ, ৰত্ন বৰা, প্ৰেমধৰ বৰুৱা, সজ্জন গগৈ, গোলক ভূঞা, সন্ত ভূঞা আৰু দাসী ভূঞা আদি লোকসকলক ওপৰোক্ত গাওঁবিলাকৰ বহুতো কংগ্ৰেছ কৰ্মীসহ গ্ৰেপ্তাৰ কৰি পুলিচ শিবিৰলৈ লৈ আহে। এই গ্ৰেপ্তাৰ কৰা লোকসকলৰ বহুতক জামিনত এৰি দিয়ে। জামিনত নোযোৱাসকলৰ ৪৫ জনক ৰাখি তেওঁলোকক মানুহৰ আগত অপমান দিবৰ উদ্দেশ্যে খৰি ফলা, হাবি কটা, বন গুচোৱা



আদি কাম কৰাই বেগাৰ খটুৱাই ল'লে। তাৰ পিছত গোটেই-বিলাকক নগাঁৱলৈ চালান দি স্পেচিয়েল মেজিষ্ট্ৰেটৰ আদালতত বিচাৰ কৰাই গুৰুতৰ কাৰাদণ্ড বিহে আৰু কিছুমানক বিনা বিচাৰে আটক কৰি ৰাখে। ইয়াৰ কিছুদিনৰ পিছতে সোমেশ্বৰ বৰা নামৰ এজন কংগ্ৰেছ কৰ্মীক গৱৰ্ণমেণ্টৰ চোৰাংচোৱা বুলি সন্দেহ কৰি কোনোবাই কিবা কাৰণত হত্যা কৰিলে। বৃটিছৰ বহতীয়াইত জোৰা-তাপলি মাৰি গোচৰ তৰি মানুহৰ ওপৰত জুলুম কৰাৰ সুযোগ লোৱাত পাকৈত হৈ পৰিছিল। তেনে সুযোগকে লৈ ওপৰোক্ত তথাকথিত হত্যাকাণ্ডক ৰাজনৈতিক ৰহণ সানি কামপুৰ অঞ্চলৰ চাংচকি, ভকতগাওঁ, চৰাইহাগী—আদি গাৱঁৰ বহুতো কংগ্ৰেছ কৰ্মী আৰু নিৰীহ নিৰপৰাধী মানুহকো বিনা কাৰণতে গ্ৰেপ্তাৰ কৰি ভাবুকি দি পুলিচ আৰু চোৰাংচোৱাবিলাকে ভেটি খোৱাৰ সুৰুঙা উলিয়াই ল'লে। এইবিলাক মানুহক ফাটেকত বন্দী কৰি ৮/১০ মাহ ৰাখি চেচন আদালতত বিচাৰ কৰি নিৰপৰাধী বুলি প্ৰমাণ হোৱাত কিছুমানে খালাচ পায় আৰু কিছুমানক আটকবন্দী কৰি ৰাখি থয়। কামপুৰ অঞ্চলৰ বিভিন্ন গাৱঁৰ পাইকাৰী জৰিমনা আদায় কৰি লৈ বেবেজিয়া অঞ্চলৰপৰাও জৰিমনা আদায় কৰি লয়। ইয়াৰ পাছত নগাওঁ সদৰ থানাৰ দাৰোগা মনোৰঞ্জন দাস আৰু খালেকৰ নেতৃত্বত প্ৰায় ৮০টা মান বন্দুকধাৰী পুলিচ গৈ গভীৰ ৰাতি নিশাচৰ প্ৰবৃত্তিৰে ৰাইদঙ্গীয়া গাওঁ আক্ৰমণ কৰিলে। অত্যাচাৰী পুলিচ দলে ৰাইদঙ্গীয়া গাৱঁত হানা দি বিশেষকৈ বজা চুবুৰি আৰু কৈৱৰ্ত গাৱঁৰ প্ৰত্যেক গৃহস্থৰ ঘৰত প্ৰৱেশ কৰি অৱৰ্ণনীয় উপদ্ৰৱ কৰিলে। কেৱল পুৰুষসকলৰ ওপৰতেই যে অত্যাচাৰ কৰিলে এনে নহয়, অবলা নাৰী জাতিৰ ওপৰতো বেত্ৰাঘাত কৰি জৰ্জৰিত কৰিলে। আনকি নৰপশুহঁতে নাৰীৰ সতীত্ব নষ্ট কৰিবলৈকো দ্বিধা বোধ নকৰিলে। গোটেই ৰাইদঙ্গীয়া গাৱঁৰ পুৰুষবিলাকক মাৰি-কিলাই একে ঠাইতে থূপ খুৱাই লৈ আইভেটি গাৱঁলৈ লৈ গ'ল। আইভেটি গাৱঁত মানুহবিলাকক নানা অত্যাচাৰৰ ভয়

দেখুৱাই পাইকাৰী জৰিমনা আদায় কৰিলে। এই ডকাইত-বিলাকে ৰাতিৰ ঘোৰ অন্ধকাৰত গৃহস্থৰ ঘৰত হানা দিয়াৰ লগে লগে গৃহস্থৰ চন্দুক, বাকচ আদি ভাঙি লুট কৰাটো সিহঁতৰ হাতৰ লাচনি-পাচনি যেন কৰি লৈছিল। ৰাইদঙ্গীয়া গাৱঁৰ নিচলা অধিবাসীও নিষ্ঠুৰ পুলিচৰ লুট-পাতৰপৰা ৰেহাই নাপালে। এইদৰে পুলিচ বাহিনীয়ে হাতীচোং, জাজৰি অঞ্চলৰ গাওঁ-বিলাকতো প্ৰৱেশ কৰি জোৰ জুলুম কৰি গাওঁবাসীৰপৰা পাইকাৰী জৰিমনা আদায় কৰিলে। তাৰ পাছত কলিয়াবৰৰ ফালে নিষ্ঠুৰহঁতৰ চকু পৰিল। নগাওঁ চহৰৰপৰা অতিৰিক্ত পুলিচবাহিনী কলিয়াবৰলৈ আমদানি কৰিলে। পুলিচদলে কুঁৱৰী-টোল থানাতেই থাকি এদিন গভীৰ নিশা ছেগ চাই চতিয়াল গাৱঁত হানা দি ঘৰৰ ভিতৰত সোমাই পুৰুষবিলাকক ধৰি মৰিয়াই ভালকৈ একো সেকা দি লৈ পাইকাৰী জৰিমনা আদায় কৰি ল'লে। কিছুমান মানুহে মাৰ কিল খায়ো জৰিমনা দিবলৈ মান্তি নোহোৱাত সেইবিলাক মানুহক গ্ৰেপ্তাৰ কৰি নি জেলত বন্দী কৰি থলেগৈ আৰু কিছুমান গাৱঁত সোমাই জোৰ জবৰদস্তি আৰু কিছুমানক ডাবি-হুকি দি জৰিমনা আদায় কৰি নিলে। চতিয়াল আদি কেইখনমান গাৱঁৰপৰা জৰিমনা আদায় কৰি কিছুদিন নিতাল মাৰি থাকি পুনঃ অতিৰিক্ত পুলিচ বাহিনী লৈ এইবাৰ কলিয়াবৰৰ পূৱথৰীয়া গাৱঁত থকা ৰাষ্ট্ৰভাষা প্ৰচাৰ বিদ্যালয়ৰ ঘৰত ছাউনি পাতি বহি ল'লে। পুলিচে পূৱথৰীয়া গাৱঁৰ মানুহক পাইকাৰী জৰিমনা আদায় কৰিবলৈ হুকুম শুনালে। কিন্তু গাৱঁৰ মানুহে স্বেচ্ছাই জৰিমনা দিবলৈ অস্বীকাৰ কৰিলে। পুলিচবিলাকে প্ৰতি গৃহস্থৰ ঘৰত হানা দি ঘৰ-দুৱাৰ ভাঙি-ছিঙি মানুহৰ বয়-বস্তু লাংলাং-ঠাংঠাং কৰি মানুহ-বিলাকক মাৰ-কিল কৰি জৰিমনা জোৰ কৰি আদায় কৰিলে। দুৰ্বৃত্ত পুলিচবিলাকে পুৰুষবিলাকৰ ওপৰতেই হাত তুলি এৰা নাছিল, আনকি সিহঁতৰ অত্যাচাৰৰ ভয়ত পেপুৱা লাগি হাবৈ



বিয়ৈকৈ কান্দি-কাটি পলোৱা তিৰোতা মানুহকো ধৰি আনি তেওঁলোকৰ আবুৰ অঙ্গৰ বস্ত্ৰ উন্মোচন কৰি কলুষ হাতেৰে কলুষিত কৰে আৰু পাশৱিক অত্যাচাৰ কৰি সতীৰ পবিত্ৰ দেহ কলঙ্কিত কৰে। এইৰূপ ঘটনা কলিয়াবৰৰ কুঁৱৰীটোল আদি কেইবা ঠাইতো কৰে। নগাওঁবাসীয়ে এই বীৰপুঙ্গৱ দুজনক চিৰকাল মনত ৰাখিব। কলিয়াবৰ অঞ্চলত প্ৰায় গাৱঁৰপৰা পাইকাৰী জৰিমনা বলপূৰ্বক আদায় কৰি পুলিচ দস্যুদল প্ৰস্থান কৰিলে। ইয়াৰ পিছত পশ্চিম নগাৱঁৰ জাগী-মনহা অঞ্চলতো নৈশ আক্ৰমণ কৰি মানুহবিলাকক পীড়ন আৰু মাৰ-কিল কৰি পাইকাৰী জৰিমনা আদায় কৰি আনিলে। মনহা অঞ্চলৰ কোঁৱৰ গাৱঁতেই বেছি অত্যাচাৰ কৰিলে।

ইয়াৰ ভিতৰতে ২৪ নৱেম্বৰ তাৰিখ মানে আসাম বেঙ্গল ৰেলৰ পানীখাইটী ষ্টেচনৰ কিছু দূৰত ৰেলৰে লাইন ব্যতিক্ৰম কৰোৱাৰ ফলত ৰেল লাইনচ্যুত হৈ সৈনিক বোজাই বিশেষ গাড়ী এখন বাগৰী পৰি হেনো বহুতো সেনা হতাহত হয় বুলি প্ৰচাৰ কৰিলে। এই দুৰ্ঘটনাৰ অজুহাতত ইয়াৰ মাজত নগঞা মানুহৰ কোনো ৰাজনৈতিক কাৰণ নিহিত আছে বুলি নগাওঁ জিলাৰ পশ্চিম অঞ্চলৰ মায়ং আৰু মনহাৰ গাওঁবিলাকত পুলিচে পিনাপিন্ দি ফুৰিবলৈ ধৰিলে আৰু লগতে এই অঞ্চলৰ গাওঁ-বিলাকত অমানুষিক অত্যাচাৰ কৰিবলৈ ধৰিলে। এই ঘটনাক উপলক্ষ কৰি এই অঞ্চলৰ বহুতো কৰ্মী আৰু গাওঁবাসীক গ্ৰেপ্তাৰ কৰি নগাওঁ জেলত আটক কৰি ৰাখিলে। এই সম্পৰ্কতে গোটেই জিলাৰ কৰ্মীবিলাকক গ্ৰেপ্তাৰ কৰি জেলত বন্দী কৰিলে। গৱৰ্ণমেণ্টে অনেক চেষ্টা কৰিও সাক্ষী আৰু প্ৰমাণ যোগাৰ কৰিব নোৱাৰি শেষত কেইবামাহৰ মূৰত এই মামলা উঠাই ল'লে। এই সময়তেই আকৌ গৱৰ্ণমেণ্টৰ গুপ্তচৰ বিভাগৰ কৰ্মচাৰী তৰুণ ৰাম শৰ্মা বৰকটকী আৰু মহেন্দ্ৰ শৰ্মা নিখোজ হোৱাৰ কথা গৱৰ্ণমেণ্টৰ তৰফৰপৰা প্ৰচাৰ কৰা হয়। এই

কেজন কর্মচাৰীক বিচৰাৰ চেলু লৈ গাৱঁৰ কংগ্ৰেছ কর্মীসকলক ধৰিবৰ নিমিত্তে হাতীচোং, চৰাইবাহী, ভকতগাওঁ, সোণাৰগুৰি আদি অঞ্চলৰ গাওঁবিলাকত নৈশ আক্ৰমণ চলাই গাওঁবাসীক অত্যাচাৰ কৰি জুলুম কৰিবলৈ ধৰিলে। ইয়াৰ পিছত ডিচেম্বৰ মাহত বৰহমপুৰ, ভেবভেৰী আৰু পোতনী অঞ্চলত পাইকাৰী জৰিমনা আদায় কৰিবৰ নিমিত্তে সদলবলে অস্ত্ৰ-শস্ত্ৰ লৈ মনোৰঞ্জন দাৰোগাই শিঙীয়াপোতনী মৌজাদাৰৰ বৰহমপুৰত থকা ছাউনী পাতি ল'লে। পুলিচ নিশাচৰ দলে দল বান্ধি বান্ধি এই অঞ্চলৰ গাওঁবিলাকত নিশা হানা দি গাৱঁৰ মানুহবিলাকক মৰিয়াই কিলাই জোৰ কৰি জৰিমনা আদায় কৰিবলৈ ধৰিলে। এই দুৰ্বৃত্ত পুলিচদলে য'লৈকে যায় ত'তেই মুনিহ-তিৰোতা নির্বিশেষে টাঙোন কিল দিয়া আৰু সুযোগ সুবিধা পালেই ডকা হকা বা লুটপাত কৰাটো সিহঁতৰ নিত্য-নৈমিত্তিক কার্য হৈ পৰিল। পুলিচবিলাকৰ এই অন্যায় অবিচাৰ আৰু অনাচাৰ কার্যত জিলাৰ উচ্চতম কর্মচাৰীসকলে কোনো হকা-বাধা নকৰিছিল, বৰঞ্চ তেওঁলোকে এই অত্যাচাৰীদলক জনসাধাৰণৰ স্বাধীনতাৰ স্পৃহাৰ মূল উচ্ছেদ কৰিবৰ নিমিত্তে অত্যাচাৰ কৰিবলৈ উছটাই হে দিছিল। পুলিচদলে বৰহমপুৰ আৰু শিঙীয়াপোতনী অঞ্চলত কেবাদিনো ঘূৰি পকি জোৰ-জুলুম কৰিহে জৰিমনা আদায় কৰিব পাৰিছিল। স্বেচ্ছাই কোনো মানুহে জৰিমনাৰ টকা আদায় কৰা নাছিল। এই পাইকাৰী জৰিমনা আদায় কৰা সংক্ৰান্তত পুলিচৰ উপদ্ৰৱত জর্জৰিত হোৱা গাওঁবোৰৰ লোকসকলৰ মন যাতে ভাঙি নপৰে বা অন্তৰত দুৰ্বলতা নাহে তাৰ নিমিত্তে কংগ্ৰেছ কর্মীসকলে ঠায়ে ঠায়ে সভা-সমিতি বা বৈঠক পাতি নিপীড়িত জনগণৰ অন্তৰ সবল কৰি ৰাখিছিল। এই উদ্দেশ্যে পোতনী অঞ্চলৰ শিয়ালেখাতী মৈদানত এখন সভা পতা হয়। এই সভাত চাৰিওফালৰ ৰাইজ সমবেত হৈছিল। পুলিচদলে কেনেবাকৈ এই সভাৰ কথা গম পাই বন্দুকধাৰী পুলিচ দুই লৰী লৈ বিৰহী গাৱঁত প্ৰৱেশ কৰি



সভাস্থলিত সোমাই স্থানীয় বিশিষ্ট কর্মী শ্ৰীযুত শিশুৰাম বৰুৱাকে আদি কৰি কেইজনমান কর্মীক বহুতো প্ৰহাৰ কৰি গ্ৰেপ্তাৰ কৰে। সভাস্থলিৰ মানুহক খেদি নি যাকে য'তে পালে তাকে খুন্দি তাও কৰিলে। আনকি ওচৰৰ পথাৰত ধান দাই থকা মুনিহ-তিৰোতাও বাদ নপৰিল। সভাস্থলিৰপৰা প্ৰায় পোৱামাইলমান দূৰত কেইজনীমান গাভৰু ছোৱালীয়ে ধান দাই থকা অৱস্থাত দুৰ্বৃত্ত পুলিচ কেইটামানে সভাৰপৰা ভয়ত পলাই যোৱা মানুহ বিচাৰি সেইখিনি পালেগৈ আৰু ছোৱালীহঁতক সেইফালে পলাই যোৱা মানুহ কাবোবাক দেখিছেনে সুধিলে। ছোৱালীহঁতে দেখা নাই বুলি কোৱাত সিহঁতৰ কথাত বিশ্বাস নকৰি "ইহঁতে মানুহজাকক পলুৱাই পঠাই দি নাজানে বুলি কৈছে, এইহঁতকে ধৰ,"—এইবুলি কৈ নৰাধমহঁতে অবলা নিৰীহ নিৰপৰাধী ছোৱালীকেইজনীক হাতত থকা বেতেৰে কোব দি গুচি গ'ল। বেচেৰী ছোৱালীহঁতে মাৰ কিল খাই ঘৰলৈ যাবলৈ ধৰোতে দেখে যে এজাক পুলিচ আহি সিহঁতৰ গাৱঁত সোমাইছে। তেতিয়া সিহঁত ভয়ত ঘৰলৈ নগৈ বাহিৰে বাহিৰে লৰি ঢাপৰি পলাই আন এখন দূৰ গাৱঁৰ এঘৰ মানুহৰ ঘৰত আশ্ৰয় লৈ কোনোমতে ৰাতিটো খপিলে। শিয়ালেখাতী, বিৰহীগাওঁ, কমাৰগাওঁ আদিৰ মানুহবিলাকক মাৰি কিলাই অত্যাচাৰ উপদ্ৰৱ কৰি এবাহ মানুহক গ্ৰেপ্তাৰ কৰি লৈ গ'ল। গ্ৰেপ্তাৰ কৰা মানুহবিলাকক নগাওঁ জেলখানাত বন্দী কৰি থলে। ইয়াৰ কেইদিনমানৰ পিছতেই দুৰ্বৃত্ত পুলিচ দলে সশস্ত্ৰে সজ্জিত হৈ আত্মগোপনকাৰী কংগ্ৰেছ কর্মীসকলক ধৰিবৰ নিমিত্তে বৰহমপুৰ, ভেবভেৰী অঞ্চলৰ গাওঁবিলাকত দুপৰ নিশা হানা দি বহুতো গাওঁবাসীক অনাহকতে মাৰ-ধৰ কৰি জুলুম কৰিলে। ভেবভেৰী গাৱঁৰ স্বাধীনতা সংগ্ৰামৰ শ্বহীদ ভোগেশ্বৰী ফুকননীৰ ঘৰত সোমাই ঘৰৰ বেৰ-খোৰ ভাঙি ছিঙি বথলিয়াই গোটেইখন ঘৰ ৰভা যেন কৰিলে। ঘৰৰ ভিতৰৰ চিৰা, গুড়, চাহ আদি জোৰকৈ উলিয়াই লৈ ঘপাঘপ খাই ল'ৰা-ছোৱালী আৰু ঘৰৰ বুঢ়াজনলৈয়ো হাত তুলি পাৰে

মানে লঘু-লাঞ্ছনা দি আত্মগোপনকাৰী উমা ফুকনৰ কাপোৰ-কানি-বিলাক লৈ বুঢ়াৰ নিৰীহ মাজু পুতেককে আদি কৰি সেই অঞ্চলৰ বহুলোকক গ্ৰেপ্তাৰ কৰি নি নগাওঁ জেলত বন্দী কৰি ৰাখিলেগৈ। এই সময়তেই জাজৰি-হাতীচোং কেন্দ্ৰৰ বৰিগাৱঁত থকা কেন্দ্ৰীয় কংগ্ৰেছ অফিচ ঘৰৰ প্ৰাঙ্গনত উক্ত কেন্দ্ৰৰ এখনি বিৰাট সভা হয়। সভাত পুৰুষ-মহিলা নিৰ্বিশেষে অগণিত লোক উপস্থিত আছিল। এনেতে সভাৰ সংবাদ পাই কেইলৰীমান বন্দুকধাৰী পুলিচ বিম্বাশৰদে আহি পালেহি আৰু লগে লগে সভাও ভঙ্গ হ'ল। সভাস্থলিত যাকে য'তে পালে তাকে উধা-মুধাকৈ মাৰপিত কৰি গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে আৰু কেন্দ্ৰীয় কংগ্ৰেছ অফিচ আৰু শিবিৰৰ ঘৰ-দুৱাৰ কাটি-ছিঙি ভাঙি পেলালে। নগাৱঁৰ স্বাধীনতাৰ আন্দোলন উৎপীড়নেৰে দমাব নোৱাৰি এতিয়া চৰকাৰৰ পক্ষৰপৰা দুই হাতে টকা ছটিয়াই বিকল্প উপায় উদ্ভাৱনৰ চেষ্টা কৰিলে। তাৰ ফলত বিশ্বাসঘাতক স্বাৰ্থান্বেষী গুপ্তচৰৰ দলেৰে গোটেই জিলা জুৰি তলে তলে বিয়পি পৰিল। গাৱেঁ-ভূঁঞে ৰাতিয়ে দিনে পুলিচৰ পিন্‌পিননি বাটে বাটে চেলচেলনি, ফটফটনি।

ওপৰোক্ত অত্যাচাৰৰ কোবত নিৰীহ ৰাইজে তৎ নাপাই লাহে লাহে সভা-সমিতি পাতিবলৈ এৰি দিবলৈ ধৰিলে। এনে ধৰণৰ অত্যাচাৰ উৎপীড়নৰ বাহিৰেও নগাওঁ জিলাৰ সক্ৰিয় আন্দোলনৰ পৰিচালক এই লিখকক পালেই গুলীয়াই হত্যা কৰা হ'ব বুলি চৰকাৰে ঘোষণা কৰিলে। জীৱন্ত বা মৃত অৱস্থাত কোনোজনে এই লিখকক পুলিচৰ ওচৰত গটাই দিব পাৰিলে নগদ দুই হাজাৰ টকা নাইবা ততোধিক টকাৰে পুৰস্কৃত কৰা হ'ব বুলিও ঘোষণা কৰিলে। শ্ৰীযুত লক্ষ্মীপ্ৰসাদ গোস্বামীকো ধৰি দিব পাৰিলে আঢ়েশ নগদ টকা আৰু অন্যান্য আত্মগোপনকাৰী কংগ্ৰেছ কৰ্মীসকলকো ধৰি দিব পাৰিলে পুৰস্কাৰ দিয়া হ'ব বুলি গৱৰ্ণমেণ্টে প্ৰচাৰ কৰি দিলে। নতুবা আত্মগোপনকাৰী সকলে সোনকালে আহি আত্মসমৰ্পণ নকৰিলে তেওঁলোকক য'তে পাই ত'তে গুলীয়াই হত্যা কৰা হ'ব



বুলিও ঘোষণা কৰিলে। এই ঘোষণাৰপৰা গাওঁ-ভূঁইবিলাকত সভা-সমিতি পতা বন্ধ হৈ গ'ল। তাৰ ফলত গাওঁ-ভূঁইবিলাকৰ কটকটীয়া বান্ধোন স্থলকি যাবলৈ ধৰিলে। কাৰণ য'তে ত'তে ঘৰ বিভীষণৰ দল সোমাই ধনৰ লোভত দেশদ্ৰোহীহঁতে বিদেশী গৱৰ্ণমেণ্টক সহায় কৰি সোণৰ লঙ্কা ছাৰখাৰ কৰিলে।

এই সময়তেই ডিচেম্বৰ মাহত কোনো মৃত্যুবাহিনীৰ দলে কন্দলি, চম্পানলা, হাবি বৰঙাবাৰিৰ তৰাবাৰী অঞ্চলৰ আৰু নগাওঁ চহৰৰ-পৰাও কিছু বন্দুক উধাও কৰি নিয়াৰ ফলত গোটেই জিলা দোক্‌মোক্ লাগি পৰিল। পুলিচ আৰু শাসনকৰ্তাসকলৰ চকুত ধূলি মাৰি এনে কাৰ্য হোৱাত সিহঁতৰ মাজত বু-বু-বা-বা লাগি পৰিল। বন্দুক উধাওকাৰীসকলক বিচাৰি গোটেই পুলিচ বাহিনী দলে বলে সশস্ত্ৰ হৈ সমস্ত জিলাৰ গাৱেঁ-ভূঁঞে, পৰ্বতে-কন্দৰে, হাবিয়ে-বননিয়ে গোটেইখন তলানলা কৰি বিচাৰি পাত পাত কৰিলে, তথাপি তেওঁলোকৰ শুংসূত্ৰকে উলিয়াব নোৱাৰিলে। জিলাৰ যি যি মানুহৰ ঘৰত বন্দুক আছিল সেইবিলাক বন্দুক গৱৰ্ণমেণ্টৰ ঘৰত জমা দিবলৈ নিৰ্দেশ দিছিল। জানোচা বাকী বন্দুকো মৃত্যুবাহিনীয়ে হস্তগত কৰে, এই ভয়ত ততাতৈয়াকৈ পুলিচ পঠাই বন্দুকবোৰ তুৰন্তে অনালে। কংগ্ৰেছ কৰ্মীবিলাকেই এই বন্দুক উধাও কাৰ্য কৰিছে বুলি দৃঢ় সন্দেহ কৰি গৱৰ্ণমেণ্টে গাৱেঁ গাৱেঁ গৱৰ্ণমেণ্টৰ পোহনীয়া গোলাম পুলিচ বাহিনীক পঠালে কংগ্ৰেছ কৰ্মীসকলক যেনে তেনে ধৰিবলৈ। যি গাৱঁত অলপ কংগ্ৰেছ সহানুভূতিশীল মানুহ থকা গম পালে, সেই গাৱঁৰ মানুহক মাৰ-ধৰ কৰি যাকে পায় তাকে বন্দী কৰি জেলখানা পুৰাবলৈ ধৰিলে। এই দুৰ্বৃত্ত পুলিচ-দলে কংগ্ৰেছ কৰ্মীক ধৰিবৰ মনেৰে কপাসেৰা, ভকতগাওঁ, সোণাৰগুৰি আদি গাৱঁত মাজনিশা আক্ৰমণ কৰি গাওঁবাসীৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিবলৈ ধৰিলে। সোণাৰগুৰি গাৱঁৰ কংগ্ৰেছ ছাত্ৰকৰ্মী শ্ৰীযুত ৰূপৰাম সুতৰ ঘৰত প্ৰৱেশ কৰি তেওঁক ঘৰত নাপাই তেওঁৰ ককায়েকক এনে নিৰ্মমভাৱে প্ৰহাৰ কৰিলে যে

সেই মাৰৰ কোবত তেওঁ তেজ বতিয়াবলৈ ধৰিলে। তেওঁৰ বাইদেৰেক আৰু বৌদেৰেকক সতীত্ব নষ্ট কৰিবলৈ অশ্লীল কথা প্ৰয়োগ কৰি পুলিচ পশুজাকক উচটাই দিয়ে। সৌভাগ্যক্ৰমে দুৰ্বৃত্তহঁতে সফলকাম হ'ব নোৱাৰি সেই মহিলা দুগৰাকীক সোকাৰে কোবাই জৰ্জৰিত কৰি এৰি গ'ল। সেই গাৱঁৰে কলিচিং ডেকাৰ ঘৰত ডকাইতহঁত সোমাই তেওঁক মাৰি কিলাই পদূলিলৈ চোঁচোৰাই আনি ক'লে, "চালা, টকা দিলেহে তোক এৰি দিম ; নহ'লে বৰ ঘৰত সোমোৰামগৈ।" এই টকা বিচৰাৰ কথা তেওঁৰ ভনীয়েক প্ৰাণেশ্বৰীৰ কাণত পৰাত লৰালৰিকৈ এন্ধাৰে-মুধাৰে চন্দুক মোকোলাই ১০।১৫ টকা নি দিবলৈ যাওঁতেই কেইটামান নৰপশুৱে ৰাতিৰ ঘোপমৰা আন্ধাৰৰ সুবিধা লৈ প্ৰাণেশ্বৰীৰ সতীত্ব নষ্ট কৰিবৰ অভিপ্ৰায়েৰে তেওঁক সাৱটি ধৰে। প্ৰাণেশ্বৰীয়ে লম্পটহঁতৰ হাতৰপৰা এৰাই যাবলৈ প্ৰাণ টাকি টনা-আজোৰা কৰি ৰক্ষা পৰে। ৰাতিপুৱালত আত্মগোপনকাৰী কংগ্ৰেছকৰ্মীসকলৰ ভাই-ককাই, পিতা-খুৰা আদি সম্বন্ধীয় মানুহক মাৰ-কিল কৰি গ্ৰেপ্তাৰ কৰি জেলত থলেগৈ। এই বন্দুক হৰণৰ লগতে তৰুণৰাম বৰকটকী আৰু মহেন্দ্ৰ শৰ্মাৰ নিখোজ সংক্ৰান্তত জিলাৰ বিভিন্ন গাৱঁৰ বহুত লোকক গ্ৰেপ্তাৰ কৰি বন্দী কৰি ৰাখিলে। গাৱঁত পইচাৰ প্ৰলোভন দেখুৱাই নিযুক্ত কৰা চোৰাংচোৰাবিলাকে সঁচাই মিছাই লগাই পুলিচৰদ্বাৰা গাওঁবাসীসকলক জুলুম কৰি গাওঁবোৰ তল ওপৰ লগাই হুলস্থূল কৰিবলৈ ধৰিলে। তাকে সহিব নোৱাৰি কোনো কোনো অজ্ঞাত মানুহে তেওঁলোকৰ ব্যক্তিগত বা সামূহিক স্বাৰ্থৰ কাৰণে চোৰাংচোৰাবিলাকৰ ঘৰত জুই দিয়া, কাৰো কাণ কটা, কোনোক শাৰীৰিক শাস্তি দিয়া আদি কাৰ্য কৰিবলৈ ধৰিলে। এইবিলাক গাৱঁৰ কোনো কোনো মানুহক পুলিচে সন্দেহতে গ্ৰেপ্তাৰ কৰি আনি জেলত ভৰাই থলে। নগাৱঁৰ ফাটেকঘৰ বন্দীৰে ভৰি পৰিল। চোৰাংচোৰাৰ কথামতে পুলিচ দল মনোৰঞ্জন দাৰোগাৰ নেতৃত্বত গভীৰ নিশা মৰিকলঙৰ গুপ্ত কংগ্ৰেছ শিবিৰ এটাত হানা দি



কংগ্ৰেছ কৰ্মী শ্ৰীযুত বসুদেৱ বৰঠাকুৰ, পুষ্প শইকীয়া, চুম্বক বৰুৱা, গোলোক বৰুৱা, দ্যুতি শইকীয়া আৰু শিবিৰৰ নিকটবৰ্তী শ্ৰীঘনশ্যাম কাকতিক ধৰি আনি উধাও হোৱা বন্দুকৰ সন্ধান বিচাৰে আৰু লগতে আত্মগোপনকাৰী শ্ৰীযুত লক্ষ্মীপ্ৰসাদ গোস্বামী আৰু এই লিখকৰ সন্ধেদ উলিয়াবৰ কাৰণে তেওঁলোকৰ মুখৰপৰা স্বীকাৰোক্তি পাবলৈ গোটেই কেইজনকে ভীষণভাৱে অমানুষিক অত্যাচাৰ কৰি কোনোপধ্যে তেওঁলোকৰ স্বীকাৰোক্তি নাপাই তেওঁলোকক নি জেলখানা শুৱনি কৰি থলেগৈ। ওপৰোক্ত জিলাজুৰি কৰা চৰকাৰী অত্যাচাৰৰ ফলত গাওঁ-ভূঁইবিলাকৰ বান্ধোন শিথিল হৈ পৰিল। তাৰ সুযোগ লৈ ঠায়ে ঠায়ে চুৰি-ডকাইতি হ'বলৈ ধৰিলে। কিন্তু সেইবিলাকৰ খোজ খবৰ লয় কোনে? শান্তি-ৰক্ষকৰ নামত পুলিচদল নিজেই ভক্ষকৰূপে অৱতীৰ্ণ হৈছে যেতিয়া গাৱঁৰ অসূয়া-অশান্তিৰ খবৰ লবই বা কিয়? "যত দোষ নন্দ ঘোষ।" এই কথাষাৰৰ মৰ্মকে বাণৰূপে নিক্ষেপ কৰিলে কংগ্ৰেছ কৰ্মীৰ ওপৰত। যত অত্যাচাৰ, লুচ্ছা, গুণ্ডা অপকৰ্ম আদি ঘটিল সকলোৰে অপকীৰ্তি কংগ্ৰেছৰ মূৰত জাপি দিবলৈ দেশদ্ৰোহী, নিলাজ লম্পট ডকাইত পুলিচ কৰ্মচাৰীৰ দলে আৰু পোষ্যপুত্ৰ অসমৰ ছাড়ুল্লা চৰকাৰে কম অপচেষ্টা কৰা নাছিল। ডাঠি ক'ব পাৰি সেই সময়ত কংগ্ৰেছৰ চেষ্টাত নগাওঁ জিলাৰ পমুৱা হিন্দু আৰু অসমীয়া গাওঁ-ভূঁই এনেৰূপে সুসংগঠিত হৈছিল যে চুলি এডালো বাটৰ কুটা এগছো হেৰ্-ফেৰ্ বা লৰক্-ফৰক্ হোৱা নাছিল। নগাওঁ কংগ্ৰেছৰ এই অপ্ৰতিদ্বন্দ্বী সুদৃঢ় সংগঠন শক্তিৰ ঈৰ্ষাতেই ইয়াক সমূলে মষিমূৰ কৰিবৰ নিমিত্তে বিদেশী বৃটিছ গৱৰ্ণমেণ্টৰ ভাড়াতীয়া অসমৰ ছাডুল্লা চৰকাৰে কঁকালত টঙালি বান্ধি কাচি-পাৰি লাগিছিল। কংগ্ৰেছ কৰ্মীসকলক গ্ৰেপ্তাৰ কৰিবলৈ অপাৰগ হৈ, নিখোজ তৰুণ শৰ্মা বৰকটকী আৰু মহেন্দ্ৰ শৰ্মাৰ শুংসূত্ৰ উলিয়াবলৈ অসমৰ্থতা উপলব্ধি কৰি আৰু উধাও হোৱা বন্দুকবিলাক উদ্ধাৰ কৰা কাৰ্যত নগাওঁ তথা অসম পুলিচ বাহিনী সম্পূৰ্ণ ব্যৰ্থ হোৱাত অসম

গৱৰ্ণমেণ্টে নগাওঁবাসীক এসেকা দিবৰ মনেৰে হাজাৰ-বিজাৰ ৰাজহুৱা ধন ভাঙি সীমান্ত প্ৰদেশৰ পাঠান পল্টন অনালে। এনে সময়তে জিলাৰ কুখ্যাত অত্যাচাৰী ডেপুটি কমিচনাৰ ৰাধাৰঞ্জন ধৰ বদলি হৈ নগাওঁ পৰিত্যাগ কৰিলে। তেওঁৰ ঠাই পূৰালেহি খাঁচ ইংৰাজ চি-বি-চি পেইন চাহাবে। ৰাধাৰঞ্জন ধৰ গ'ল যদিও তেওঁৰ লগৰীয়া ভায়া চোকা টেকেলা সুধীন দত্তক ৰাখি গ'ল। চাওঁতে চাওঁতে ১৯৪২ চন অতিবাহিত হৈ ১৯৪৩ চনৰ জানুৱাৰী মাহ সোমাল। অসমীয়া জাতিৰ মনত নপৰা কালবেপৰা চলি অহা চেনেহৰ ভোগালী বিহুৰ ওচৰ চাপিল। এই ছুৰ্বাৰ পুলিচৰ অত্যাচাৰৰ মাজতো অসমীয়াৰ জাউতিযুগীয়া ভোগালী বিহুক নগঞা ৰাইজে সাদৰে বুকুৰ আপোন ভাষাৰে আমন্ত্ৰণ জনালে। মনতে ভাবিলে—এই নেৰানেপেৰা পুলিচৰ ছমহীয়া অত্যাচাৰৰ নিৰানন্দৰ বোজা খন্তেকৰ নিমিত্তে হ'লেও জাৰি-জোকাৰি থৈ বিহুৰ আনন্দ উপভোগ কৰা যাওক। নগাওঁ কংগ্ৰেছে এই সোণালী সুযোগ হেলাতে নিয়াৰ সুখুজি মেজি বা হাবলি ঘৰৰ আঁৰে আঁৰে নগাৱঁৰ বিচ্ছিন্ন-যুৱক শক্তিৰ মাজত পুনঃ স্বদেশৰ স্বাধীনতাৰ মন্ত্ৰ দি সতেজ কৰি তুলিবলৈ আগবাঢ়িল। সেয়েহে অসমীয়াৰ এই জাতীয় অনুষ্ঠান ভোগালী বিহুটি পাতিবৰ নিমিত্তে নগাওঁ কংগ্ৰেছে উৎসাহ-উদ্দীপনা ৰাইজক যোগালে। কিন্তু প্ৰায় গৃহস্থৰ ঘৰৰেই গৃহস্থণীৰ মন বিষাদপূৰ্ণ। কোনোবাই চকুলো টুকিছে, কোনোৱে পানী-পোটাত ভৰি তুথন দি গালে-মুখে হাত থৈ আমন জিমনকৈ পিৰালিতে বহি কিবাবোৰ ভাবি-গুণি আছে। কোনোজনীয়ে ছুৱাৰ-দলিত ভৰি দি এখন হাতেৰে বেৰত হেঁচা দি পছুলিমুখলৈ বিষাদ-মনেৰে চাই আছে। কোনো-জনীয়ে বা সিমানতে ৰ'ব নোৱাৰি অধীৰ হৈ পছুলিৰ নঙলা মুখলৈকে ওলাই গৈ চক্ৰোৰাখনতে লতা বগোৰাদি হেলন অৱস্থিতিৰে ৰ' লাগি কোনোবা প্ৰাণৰজনক দেখা পাব বুলি ব্যগ্ৰভাৱে চলচলীয়া চকুৰে চাই আছে। কোনোজনীয়ে বা অন্তৰৰ বেদনা সহ্য কৰিব নোৱাৰি শোৱা কোঠালিত সোমাই শয্যাতে দীঘল দি পৰি উচুপি উচুপি কান্দি চকু



ঢুলঢুলীয়া কৰি পেলাইছে। কোনোজনী ৰাংঢালী তিৰোতাই আলহী অতিথিক জা-জলপান তামোলছালি দি ছেগতে ততাতৈয়াকৈ পছুলি-মুখত এভুমুকি মাৰি বাটৰ ইফালে সিফালে এপাক চকু ফুৰাই কেৰে গম নোপোৱাকৈ দীঘল হুমুনিয়াহ কাঢ়ি ফিৰি আহিল। বেলি লাহ দিলে তথাপিও গৃহস্থণীহঁতৰ মুখলৈ এটুপি পানী বা ব্ৰহ্মকণ এটাও যোৱা নাই। যায়নো কেনেকৈ? কোনো গৰাকীৰ বৰ পো, কোনো গৰাকীৰ ঘৰৰ মানুহজন, কাৰো ভাই, কাৰো ককাই, দদাই বা পিতাই, কোনোজনীৰ বা অতি আদৰৰ প্ৰিয়জনক নিষ্ঠুৰ অত্যাচাৰী পুলিচহঁতে ঘৰবাৰী এৰুৱাই, কোনোসকলক প্ৰাণে মাৰি, কোনোসকলক বন্দীশালত আটক কৰি ৰাখিছে নাইবা কোনোসকলক আপোন পৰিজনৰ ওচৰ চাপিব নোৱাৰাকৈ গছতলে বাঁহতলে, খেৰমেজি, তাঁতশাল, ঢেঁকীশাল আদিত মাটিয়ে বালিয়ে পৰি থাকি ৰাতি মহ-ডাঁহৰ কামোৰ খাই জীয়াতু ভুগিব লগা কৰিছে। ৰাতিয়ে দিনে শোৱন, খাৱন নাই —কেৱল তলো তলো কৈ ডালে ডালে অনাই বনাই প্ৰাণটো চুলিৰ আগত বান্ধি লৈ ফুৰিব লগা কৰিছে। কটাৰ পো পুলিচহঁতে দিনে নিশাই ৰিপুৱা দি দি তলানলা মাৰি বিচাৰি গোটেইখন পাত পাত কৰিছে।

আজি অসমীয়াৰ বছৰেকীয়া ভোগালী বিহুৰ দিন। সুখী-ছুখী সকলোৱে অন্ততঃ এপাক নিজৰ ঘৰলৈ আহি সকলোকে দেখা কৰি প্ৰেম-প্ৰীতি নিবেদন কৰা বিহুৰ এটা অঙ্গ। এনেস্থলত প্ৰাণৰ আপোন-জন বহু বিপৰ্যয়ৰ সন্মুখীন হৈ আহি নোপোৱাত তিৰোতাসকলৰ কৌতূহলপূৰ্ণ উদ্বিগ্নতা দেখা দিয়া স্বাভাৱিক। কোনটো সতেৰেনো আজি তেওঁলোকৰ গোটৈল আহাৰ মুঠি যায়? চিন্তাই তেওঁলোকৰ ভোক হৰণ কৰি পেলাইছে।

চকা ডুবু ডুবু হৈছে। পশ্চিমৰ ৰাঙলী সূৰুযৰ সেন্দুৰীয়া জিলিঙনি আহি গাওঁবিলাকৰ ঘৰে ঘৰে মিচিকিয়া হাঁহি মাৰি বিদায় ল'লে। কোনো ঘৰৰ গছ-গছনিৰ আঁৰ-বেৰ ভেদ কৰিব নোৱাৰি বিনা দৰশনে উভতি গ'ল। দীৰ্ঘদিনীয়া কৌতূহলী বিৰহত জৰ্জৰিত হৈ

থকা তিবোতা আৰু বন্ধু বান্ধৱৰ দুখৰ বোজা অন্ত পৰিল, প্ৰায় ঘৰে ঘৰে আনন্দৰ উখলমাখল লাগি পৰিল। কিন্তু অধিকাংশ দুৰ্ভগীয়া গৃহস্থৰ দুখ দূৰ হোৱাৰ সুবিধা নিমিলিল। তেওঁলোকৰ মনৰ হাবিলাষ মনতে মাৰ গ'ল। যিসকলৰ ঘৰত খন্তেকৰ কাৰণেও আনন্দৰ ৰেখাপাত কৰিলে—সিয়ো বিজুলী চমক প্ৰায় হ'ল। ইজনে সিজনক কাণে কাণে ফুচফুচাই ক'লে, "সোনকালে খোৱা-বোৱাৰ দিহা কৰাহঁক, ৰাতি থাকিব নোৱাৰিম; নিশা পুলিচ আহিব হেনো।" ততাতৈয়াকৈ লৰা-ঢপৰা কৰি বান্ধি-বাঢ়ি খুৱাই-বুৱাই গভীৰ শোকাকুল পৰিবেশত বিষাদ মনেৰে অবাৰিত চকুলো টুকি বন্ধু-বান্ধৱ আৰু আপোনজনে বিদায় দিলে। কোনো ঘৰৰ গৃহস্থণীৰ মৰ্মস্পৰ্শী অনুৰোধত পৰি মায়া-পাশ ছিন্ন কৰিব নোৱাৰি শেনচকুৱা পুলিচ ব্যাধৰ হাতত নিজৰ অজ্ঞাতে নিজকে অৰ্পণ কৰি টাঙোনৰ কিল খাই শ্ৰীঘৰত বন্দী হ'বলগীয়া হ'ল।

ছাদুল্লা মন্ত্ৰীসভাই হিতাহিত জ্ঞান বিসৰ্জন দি আনুগত্য পৰায়ণ বিশ্বাসী ভৃত্য সুধীন দত্তৰ কূট পৰামৰ্শ অনুক্ৰমে অসমীয়াৰ জাতীয় উৎসৱ বিহুৰ দিনাই আত্মগোপনকাৰী নগাৱঁৰ নেপোলিয়নসকলক ধৰিবৰ কাৰণে বেৰজাল দিয়াৰ থিৰাং কৰিলে। কাৰণ তেওঁলোকে বুজিছিল যে এই বিহুৰ দিনা কোনো অসমীয়াই পৰাপক্ষত ঘৰলৈ নহাকৈ থাকিব নোৱাৰে। গতিকে পুলিচে উহ উলিয়াব নোৱাৰা আত্মগোপনকাৰী কংগ্ৰেছ কৰ্মীসকলক ধৰাৰ এয়ে প্ৰশস্ত সুযোগ হ'ব। সেয়েহে পৰপদসেৱী অসমৰ বছেৰা সন্তান ছাদুল্লাই নগাওঁবাসীৰ স্বাধীনতাৰ আশা আকাঙ্ক্ষা সমূলি নিৰ্মূল কৰিবৰ নিমিত্তে এই জাতীয় উৎসৱ ভোগালী বিহুৰ দিনাও আই-বোপাই, বাই-ভনী, ককাই-ভাই, আত্মীয়-স্বজন, বন্ধু-বান্ধৱেৰে দেখা-শুনাকৈ শান্তিৰে এসাজ ভাত খাবলৈকো নিদিলে। ইয়াকে বোলে সভ্য শিৰোমণি বৃটিছ গৱৰ্ণমেণ্টৰ মানৱ দৰদী সুসভ্য শাসন। হায়, ভাৰতবাসী! এনে ভুৱাবাজী গৱৰ্ণমেণ্টক উপযুক্ত শিক্ষা দিয়াৰ শকতি কোনদিনা পাবা?



পৰিকল্পিত আঁচনি মতেই আগতে আনি ৰখা পাঁচশ পাঠান পল্টন বিহুৰ দিনাই মেলি দিলে নগাওঁ জিলাত আত্মগোপনকাৰী বীৰসকলক ধৰিবলৈ চূড়ান্ত ব্যৱস্থা হিচাপে। ইহঁতৰ লগত যোগ দিলে স্থানীয় সশস্ত্ৰ আৰু নিৰস্ত্ৰ পুলিচ বাহিনীয়ে। সকলো লগলাগি গান্ধীপোক ধানত পৰাৰ দৰে এফালৰপৰা গাওঁবিলাকত ৰাতি হানা দিলে। কংগ্ৰেছ কৰ্মী আৰু অপহৃত বন্দুক বিচাৰি নগাৱঁৰ গাওঁ-ভূঁইৰ বাৰী-ঘৰ, গছ-তল, বাঁহ-তল, হাবিয়ে-বননিয়ে এসপ্তাহ ধৰি এফালৰপৰা পিটিকি, ছালি-জাৰি পাত্-পাত্ কৰিলে তথাপি বন্দুক আৰু আত্মগোপনকাৰীৰ কোনো সন্ধান উলিয়াব নোৱাৰিলে। হেজাৰে বিজাৰে নোটৰ তুৰা জেপৰপৰা উলিয়াই মানুহৰ হাতত গুজি দি এই লিখক আৰু কংগ্ৰেছ কৰ্মীসকল ক'ত আছে তাৰ সন্ধান বিচাৰিলে। কিন্তু হোজা হজুৱা গাৱঁলীয়া স্বাধীনতাত দৃঢ়মনা সৰলচিতীয়া মানুহবিলাকে সেই নোটৰ তুৰা 'বান্দীৰ বিস্তা' জ্ঞানে তাৰ ফালে উলটিও নাচালে। বৰং নিজে লোহাৰ হাতকড়িৰ বান্ধ খাই ফাটেকত বন্দী হৈ থাকিলগৈ, তথাপি আকাৰে ইঙ্গিতেও তেওঁলোকৰ নামকে নকলে। ব্যৰ্থ মনোৰথে পাঠান পল্টন উভতি গ'ল। ভাৰাতীয়া হৈয়ো পাঠান সেনাই সৈনিকৰ আত্মমৰ্যাদা আৰু মনুষ্যত্ব বিসৰ্জন দি নিৰস্ত্ৰ গাওঁবাসীক কোনো অমানুষিক অত্যাচাৰ কৰা নাছিল। বৰং প্ৰকাৰান্তৰে গোপনভাৱে উৎসাহ দিছিল। এই এসপ্তাহৰ ভিতৰতে নগাৱঁৰ জেলখানা দেশভক্ত বন্দীৰে ভৰি পৰিল। জেল কৰ্তৃপক্ষই বাচন-বৰ্তন, বিচনা-পত্ৰ আৱশ্যক পৰিমাণে যোগান ধৰাত অসমৰ্থ হৈ পৰিল। বাগিচাৰ কলপটুৱাই বন্দীসকলৰ কাঁহী-বাটিৰ কাম কৰিলে। গৱৰ্ণমেণ্ট নিৰুপায়ত পৰিল। ইমান টকা খৰচ কৰি এই কংগ্ৰেছ কৰ্মীকেজনকে ধৰিব নোৱাৰিলে। ই চৰকাৰৰ ভয়ানক কলঙ্কৰ প্ৰতীক। কিন্তু এওঁলোকক এৰা নেযাব, ধৰিবই লাগিব। গতিকে এইবাৰ এটা নতুন ফন্দী পাতিলে। এইবাৰ কিন্তু বুদ্ধি ভীষণ। টকাকে কঠীয়া সিঁচা দি সিঁচি ঘৰভেদি দেশদ্ৰোহী বিভীষণ স্বৰূপ চোৰাংচোৱা কিনিলে। এই দেশদ্ৰোহীবিলাকক

লগাই সঁচাই মিছাই জোৰা-তালি দি অ'ত ত'ত কেইটামান হেৰোৱা বন্দুক উলিয়ালে। শ্ৰীযুত ভদ্ৰ হাজৰিকা আৰু শ্ৰীযুত দীঘলা গোহাঁই নামৰ দুজন আত্মগোপনকাৰী কৰ্মীক হাতীচোঙত গ্ৰেপ্তাৰ কৰিলে। এনেতে ১৯৪৩ চনৰ ১০ জানুৱাৰী তাৰিখে পুণাৰ আগা খাঁ প্ৰাসাদত কাৰাবন্দী মহামানৱ মহাত্মা গান্ধীয়ে হিংসাৰ প্ৰৰোচকৰ কাম কৰিছে বুলি কৰা বৃটিছ গৱৰ্ণমেণ্টৰ প্ৰচাৰ কাৰ্যৰ প্ৰতিবাদ কল্লে তেখেতে ইতিহাস প্ৰসিদ্ধ ২১ দিনীয়া অনশন কৰে। এনেবোৰ ঘাত-প্ৰতিঘাতৰ মাজেদি ফেব্ৰুৱাৰী মাহৰ ১৫ তাৰিখে গভীৰ নিশা ৰূপহী থানাৰ অন্তৰ্গত 'অউন' গাওঁৰ ওচৰত থকা এটা পামঘৰৰ ভিতৰত পৰিশ্ৰান্তভাৱে পৰি সুপ্ত অৱস্থাত থাকোতে নাটকীয় পৰিবেশত শ্ৰীবেণুধৰ ডেকা, শ্ৰীমঙ্গলেশ্বৰ গগৈ, শ্ৰীভদ্ৰ হাজৰিকা, শ্ৰীআনন্দ ভূঞা আৰু এই লেখকক ধৰি পাঁচজন আত্মগোপনকাৰী কংগ্ৰেছ কৰ্মী অকস্মাতে পুলিচৰ হস্তগত হৈ বন্দী হ'ব লগা হ'ল। এই সময়তে শ্ৰীউত্তম ডেকা, শ্ৰীৰূপৰাম সুত আৰু শ্ৰীশৰৎচন্দ্ৰ গোস্বামী আদি আৰু কেইজনমান আত্মগোপনকাৰী কৰ্মী তেজপুৰত বন্দী হ'ল। শ্ৰীউমা ফুকন, শ্ৰীসতীন শৰ্মাকো বন্দী কৰিলে। এইদৰে ইজন সিজনকৈ আৰু বহুত আত্মগোপনকাৰী কৰ্মী ইতিমধ্যে বন্দী হ'ল। কলিয়াবৰ অঞ্চলৰপৰাও শ্ৰীযুত লীলাকান্ত বৰা, শ্ৰীযুত গোলোকচন্দ্ৰ বৰঠাকুৰ, শ্ৰীযুত সোমেশ্বৰ বৰা, শ্ৰীযুত ৰজনী গোস্বামী আদি বহুতো আত্মগোপনকাৰী কংগ্ৰেছ কৰ্মীক গ্ৰেপ্তাৰ কৰি জেলত বন্দী কৰিলেহি। কলিয়াবৰৰ মহিলা কৰ্মী শ্ৰীযুত গুণেশ্বৰী দেৱীকো শোভাযাত্ৰা কৰাৰ অপৰাধত ১৮ মাহ কাৰাদণ্ড বিহি জেলত বন্দী কৰি থলে।

এই লেখকক আদি কৰি কৰ্মীসকলক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিক্ৰিয়া হিচাপে ৰূপহীৰ এটা চোবাংচোৰাৰ ঘৰত জুই লগাৰ সংক্ৰান্তত ৰূপহী অঞ্চলৰ বহুতো প্ৰধান প্ৰধান মুখিয়াল কংগ্ৰেছ কৰ্মীক গ্ৰেপ্তাৰ কৰি নগাওঁ বন্দীশালৰ সৌষ্ঠৱ বৃদ্ধি কৰিলে। ১৯৪২ চনৰ ২৫ আগষ্ট তাৰিখে পুৰণিগুদাম অঞ্চলৰ অনেকখিনি ৰেলৰ লাইন উঠাই



পেলোৱাৰ অপৰাধত নগাওঁৰ চোবাংচোৰা বিভাগ আৰু পুলিচৰ লোকে টকাৰে সিহঁতৰ মোনা ভৰোৱাৰ উদ্দেশ্যে দেশদ্ৰোহী বোন্দাৰূপে ৰহমপুৰ, ভেৰভেৰী, চলচলি অঞ্চলৰ বহুতো লোকক বন্দী কৰি আনি জেলত ভৰাই থলেহি। নিয়োগ কৰা স্পেচিয়েল পুলিচ হ'বলৈ অস্বীকাৰ কৰাতো কেইজনমানক গ্ৰেপ্তাৰ কৰি জেল দিয়ে। এইদৰে পাইকাৰী হাৰে গোটেই নগাওঁৰপৰা ১৯৪২-৪৪ চনৰ বিখ্যাত আগষ্ট আন্দোলনত এঘাৰশ বীৰ যোদ্ধাক কাৰাগাৰত বন্দী কৰিলে। নগাওঁৰ ৯ (ন) গৰাকী বীৰ বীৰাঙ্গনাই গুলীৰ আগত প্ৰাণাহুতি দানে জননী জন্মভূমিৰ স্বাধীনতা যজ্ঞ চিৰস্মৰণীয় কৰি ৰাখিলে। নগাওঁবাসী নগণ্য হ'লেও ভাৰতৰ মুক্তি সংগ্ৰামৰ পৰিপ্ৰেক্ষিতত বিদেশী গৱৰ্ণমেণ্টৰ উৎপীড়নৰ ফলত এক লাখৰো অধিক টকাৰ পাইকাৰী জৰিমনাৰ গধুৰ বোজা বহন কৰিব লগা হৈছিল। দেশৰ মুক্তি সংগ্ৰামত অৰিহণা যোগাবলৈ পাই নগাওঁবাসী নিশ্চয় ধন্য হৈ থাকিব।

## স্বাধীনতাৰ জিলিঙনি

১৯৪৩ চনৰপৰা আন্দোলনৰ প্ৰবলতা কিছু পৰিমাণে শাম কাটিলেও কিন্তু ১৯৪৪ চনৰ শেষ ভাগলৈকে মাজে মাজে ধৰপাকৰ চলিয়েই আছিল। আনহাতে য়ুৰোপীয় আৰু প্ৰশান্ত মহাসাগৰীয় যুদ্ধ প্ৰবল আকাৰে চলি আছিল। উভয় ফালৰ ৰণাঙ্গনৰ অৱস্থা বেগতিক দেখি আৰু ইফালে ভাৰতবাসীৰ যুদ্ধত অসহযোগ, লগতে আভ্যন্তৰীণ অশান্তিত অচল অৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি, সম্ৰাটে ভাৰতবৰ্ষৰ বিষয়ে প্ৰত্যক্ষভাৱে আলোচনা কৰিবৰ কাৰণে বৰলাট লৰ্ড ৱাভেলক মাতি পঠিয়াই। সম্ৰাটৰ নিৰ্দেশমতে ১৯৪৫ চনৰ ২১ মাৰ্চ তাৰিখে লৰ্ড ৱাভেল সপৰিয়ালে ইংলণ্ডলৈ যাত্ৰা কৰে। ইংৰাজ চৰকাৰৰ ইঙ্গিতমতে এই ১৯৪৫ চনৰ ১৪ জুনৰ বৃহস্পতিবাৰে ভাৰতৰ বৰলাট ফিল্ড মাৰ্চেল ভাই কাউণ্ট লৰ্ড ৱাভেলে ইতিহাসপ্ৰসিদ্ধ অস্থায়ী

ভাৰতীয় শাসনতন্ত্ৰ ঘোষণা কৰে। আৰু এই ১৪ তাৰিখৰ বৰলাটৰ বেতাঁৰ ঘোষণাতেই উল্লেখ কৰা মতে পিছদিনা অৰ্থাৎ ১৫ জুন শুক্ৰবাৰে নিখিল ভাৰত কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ সদস্যসকলক জেলৰপৰা মুক্ত কৰি দিয়ে।

৭ মে' তাৰিখে য়ুৰোপীয় যুদ্ধ সমাপ্ত হোৱাৰ পিছতো পূৰ্বপ্ৰান্তত জাপানে অকলশৰে প্ৰশান্ত মহাসাগৰীয় যুদ্ধ তুমুল আকাৰে চলাই থাকিবলৈ ধৰিলে। জাপানৰ পৰাক্ৰমত মিত্ৰশক্তি যুদ্ধত থকা-সৰকা হ'বলৈ ধৰিলে। অৱশেষত আমেৰিকাই উপায় নেদেখি ১৯৪৫ চনৰ আগষ্ট মাহৰ ৬ আৰু ৮ তাৰিখে জাপানৰ নাগাচাকী আৰু হিৰোচিমা মহানগৰীত মহাপৰাক্ৰমী অস্ত্ৰ পৰমাণু বোমা নিক্ষেপ কৰি বিশ্বত এটি নাৰকীয় ঘটনা ঘটায়। ইয়াৰ ফলত এই আগষ্ট মাহৰ ১৪ তাৰিখে ৰাতি জাপ সম্ৰাট 'হিকেহিটো'য়ে যুদ্ধ স্থগিত কৰিবলৈ ঘোষণা কৰে। আৰু ১৯৪৫ চনৰ ২ চেপ্তেম্বৰ ১৬ ভাদ ৰবিবাৰে দিনৰ ১২-৩০ টাৰ সময়ত মিত্ৰশক্তিৰ হাতত আত্মসমৰ্পণৰ চুক্তিত চহী কৰে। এই চুক্তিৰ ফলত পূৰ্বপ্ৰান্তত চলি থকা প্ৰশান্ত মহাসাগৰীয় যুদ্ধৰ সামৰণি পৰে।

বৰলাট ৱাভেলৰ ঘোষণামতে ২৫ জুন তাৰিখে বৰলাটৰ চিমলাত স্থিত প্ৰাসাদত অনুষ্ঠিত হ'বলগীয়া সন্মিলনলৈ নিম্নলিখিত ২১ জন সদস্যক নিমন্ত্ৰণ কৰিছিল : (১) কেন্দ্ৰীয় পৰিষদৰ কংগ্ৰেছী দলৰ নেতা শ্ৰীভুলাভাই দেশাই, (২) কেন্দ্ৰীয় পৰিষদৰ ডেপুটি লিডাৰ মুচলিম লীগৰ নবাবজাদা লিয়াকটআলী খান, (৩) কেন্দ্ৰীয় পৰিষদৰ জাতীয় দলৰ নেতা শ্ৰীপ্ৰমোথনাথ বন্দোপাধ্যায়, (৪) কেন্দ্ৰীয় পৰিষদৰ য়ুৰোপীয় দলৰ নেতা চাৰ হেন্ৰী ৰিচাৰ্ডচন, (৫) ৰাষ্ট্ৰীয় পৰিষদৰ কংগ্ৰেছী দলৰ নেতা শ্ৰীৰাজা গোবিন্দলাল শিৱলাল মতিলাল, (৬) ৰাষ্ট্ৰীয় পৰিষদৰ মুছলিম লীগ দলৰ নেতা মিঃ হুচেন ইমাম। ৯৩ ধাৰামতে শাসিত প্ৰদেশৰ প্ৰধানমন্ত্ৰীসমূহ, (৭) মাদ্ৰাজৰ চক্ৰৱৰ্তী ৰাজাগোপালাচাৰী, (৮) বোম্বাইৰ বি.জি. খেৰ, (৯) যুক্তপ্ৰদেশৰ পণ্ডিত গোবিন্দ বল্লভপন্ত, (১০) মধ্যপ্ৰদেশৰ পণ্ডিত



ৰবীশঙ্কৰ শুক্ল, (১১) উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ ডাঃ খান চাহেব, (১২) বিহাৰ প্ৰদেশৰ শ্ৰীকৃষ্ণ সিংহ, (১৩) আসাম প্ৰদেশৰ চাৰ মহম্মদ ছাদুল্লা, (১৪) পঞ্জাৱ প্ৰদেশৰ মালিক খিজিৰ হায়ৎ খাঁ, (১৫) সিন্ধু প্ৰদেশৰ চাৰ গোলাম হুছেনহেদায়তুল্লা, (১৬) বঙ্গদেশৰ চাৰ নাজিমুদ্দিন, (১৭) অনুন্নতসকলৰ প্ৰতিনিধি ৰায়বাহাদুৰ শিৱৰাজ, (১৮) শিখসকলৰ প্ৰতিনিধি মাষ্টাৰ তাৰাসিং, (১৯) মহম্মদ আলী জিন্না, (২০) মহাত্মা গান্ধী, (২১) উৰিষ্যাৰ পাৰ্লাকামেদীৰ মহাৰাজা। মহাত্মা গান্ধীয়ে বৰলাটক তাঁৰযোগে জনোৱামতে কংগ্ৰেছ অনুষ্ঠানৰ পক্ষৰপৰা প্ৰতিনিধিত্ব কৰিবৰ কাৰণে কংগ্ৰেছৰ সভাপতি মৌলানা আবুল কালাম আজাদক সন্মিলনীত যোগদান কৰিবলৈ বৰলাটে আমন্ত্ৰণ কৰে।

চিমলাত এই সন্মিলন ২৫ জুনৰপৰা ১৪ জুলাইলৈকে বহে। কিন্তু জিন্না চাহেবৰ অনোমনীয় ভাবৰ কাৰণে ১৪ জুলাই তাৰিখে সন্মিলন ভঙ্গ হয়।

ইতিপূৰ্বে জাপানৰ আত্মসমৰ্পণ আৰু আত্মসমৰ্পণৰ চুক্তিত চহী কৰাৰ বিষয়ে ওপৰত উল্লেখ কৰা হৈছে। এই দ্বিতীয় মহাযুদ্ধত জয়ী হোৱাৰ কাৰণে ইংলণ্ডত বিজয় উৎসৱ পালনৰ সিদ্ধান্ত কৰা হয়। আৰু এই বিজয় উৎসৱত ইংলণ্ডৰ প্ৰধান মন্ত্ৰীয়ে সভাপতিত্ব কৰিব লগাটোও ঠিক হয়। কিন্তু প্ৰধানমন্ত্ৰী চাৰ্চিল চাহাবে অমান্তি হৈ, নিজে পদত্যাগ কৰে। কাৰণ দ্বিতীয় মহাযুদ্ধত ইংলণ্ডৰ সাম্ৰাজ্য হ্ৰাস পায়। সাম্ৰাজ্য হ্ৰাস পোৱা উৎসৱৰ সভাপতিত্ব কৰিবলৈ অমান্তি হয়।

ফলত ইংলণ্ডৰ শাসনৰ দায়িত্ব সংৰক্ষণশীল দলৰ হাতৰপৰা ১৯৪৫ চনৰ চেপ্তেম্বৰ মাহতেই শ্ৰমিক দলৰ হাতলৈ আহে। শ্ৰমিক দলৰ নেতা এটলি চাহাব ইংলণ্ডৰ প্ৰধান মন্ত্ৰীত্বৰ দায়িত্ব গ্ৰহণ কৰে।

ইতিপূৰ্বেই ভাৰতবৰ্ষৰ নতুন শাসনতন্ত্ৰ ঘোষণা সম্বন্ধে চিমলা সন্মিলন ১৪ জুলাই তাৰিখে ব্যৰ্থ হোৱাত, ভাৰতৰ অৱস্থাৰ কোনো পৰিবৰ্তন নোহোৱাত উৎকণ্ঠা বোধ কৰি, ভাৰতবৰ্ষৰ সম্বন্ধে আলোচনা

কৰিবলৈ, বৰলাট লৰ্ড রাভেলক পুনৰ ১৯৪৫ চনৰ আগষ্ট মাহৰ শেষৰ ভাগত ইংলণ্ডলৈ মাতি পঠিয়াই। ১৯৪৬ চনৰ নিৰ্বাচনত সাধাৰণ আসনসমূহত কংগ্ৰেছ দলে অভূতপূৰ্বভাৱে জয়লাভ কৰিলে। মুচলিম লীগেও তেওঁলোকৰ টিকেটত নিৰ্বাচনত নমোৱা মুছলমান আসনসমূহত জয়লাভ কৰে। ভাৰতৰ প্ৰাদেশিক আইন সভা-বিলাকলৈ মুচলিম লীগে ৪০০খন আসন দখল কৰিবলৈ সমৰ্থ হয়। বৃটিছ চৰকাৰক লীগে পৃথক পাকিস্থান দেশ বিচাৰিবলৈ এই এটা নিদৰ্শন দাঙি ধৰিলে।

নিৰ্বাচনৰ পিচত প্ৰাদেশিক চৰকাৰসমূহ গঠিত হৈ কাম চলাবলৈ ধৰিলে। আন্তৰ্জাতিক পৰিস্থিতি দ্ৰুত গতিত পৰিবৰ্তন হোৱাত বৃটিছ চৰকাৰে ভাৰতৰ ৰাজনৈতিক সমস্যা অতি সোনকালে সমাধা কৰিবৰ কাৰণে ১৯৪৬ চনৰ মাৰ্চ মাহৰ শেষৰফালে বৃটিছ কেবিনেট মিছন আহি দিল্লী পায়হি। গান্ধীজীৰ আৰু আন নেতাসকলৰ লগত তেওঁলোকৰ আলোচনা চলিল।

মহম্মদ আলী জিন্না চাহেবে মুচলিম লীগৰদ্বাৰা ভাৰতক দ্বিখণ্ডিত কৰি পাকিস্থানক পৃথক দেশত পৰিণত কৰাৰ দাবী কেবিনেট মিছনৰ সন্মুখত দাঙি ধৰিবলৈ ১৯৪৬ চনৰ ১০ এপ্ৰিল তাৰিখে দিল্লীত মুচলিম লীগৰ টিকেটত নিৰ্বাচিত হোৱা প্ৰাদেশিক আইন সভাৰ ৪০০ জন সদস্যৰ সন্মিলন আহ্বান কৰিলে। আৰু ভাৰতক দ্বিখণ্ডিত কৰি মুছলমানৰ কাৰণে পৃথক পাকিস্থান দেশত পৰিণত কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে।

বৰলাট লৰ্ড রাভেলে ভাৰতে ক্ষমতা কিৰূপে গ্ৰহণ কৰিব, সেই বিষয়ে মিছনৰ লগত আলোচনা কৰিবৰ কাৰণে কংগ্ৰেছ আৰু মুচলিম লীগৰ নেতাসকলৰ দ্বিতীয়বাৰ সন্মিলন ১৯৪৬ চনৰ মে' মাহৰ প্ৰথম ভাগত চিমলাত আহ্বান কৰে। নিম্নলিখিত সদস্যসকলকলৈ চিমলাত এক সপ্তাহ জুৰি আলোচনা চলে। কংগ্ৰেছদলৰ কংগ্ৰেছ সভাপতি মৌলানা আবুল কালাম আজাদ, আব্দুল গফৰ খান, জৱাহৰলাল নেহৰু, চৰ্দাৰ বল্লভভাই পেটেল। মুচলিম লীগৰ পক্ষৰ মহম্মদ আলী জিন্না, মহম্মদ ইস্মাইল খাঁ, লীয়াকট আলী খাঁন, আব্দুলৰব নিষ্টাৰ। মহাত্মা গান্ধী এই সন্মিলনত উপস্থিত আছিল। সন্মিলনত মুচলিম লীগৰ সদস্যসকলে পাকিস্থানৰ বাদে আন কোনো প্ৰস্তাৱ সমৰ্থনযোগ্য নহয় বুলি মনোভাব প্ৰকাশ কৰিলে।



মুচলিম লীগৰ উচটনিত ভাৰতত লীগ শাসিত প্ৰদেশসমূহত মাজে মাজে সাম্প্ৰদায়িক দাঙ্গ-হাঙ্গামা হ'বলৈ ধৰিলে। ফলত ভাৰতবৰ্ষৰ আইন-শৃঙ্খলা ৰক্ষা কৰা কঠিন দেখি Cabinet Mission এ ১৯৪৬ চনৰ ১৬ জুন তাৰিখে এটা সিদ্ধান্তলৈ আহি কেন্দ্ৰত মধ্যৱৰ্তীকালৰ কাৰণে এটা অস্থায়ী চৰকাৰ গঠন কৰা আৰু ভাৰতত স্বায়ত্ত্ব-শাসন প্ৰবৰ্তনৰ কাৰণে এখন গণ পৰিষদ স্থাপন কৰি সংবিধান ৰচনাৰ কাৰণে এটি প্ৰস্তাৱ দাঙি ধৰিলে আৰু লগতে উল্লেখ কৰিলে যে মধ্যৱৰ্তীকালীন চৰকাৰ (Interim Government) চলাবলৈ যিখন মন্ত্ৰীসভা (Cabinet) গঠন কৰিব, সেই মন্ত্ৰীসভাত যাতে সকলো সম্প্ৰদায়ৰ লোকে প্ৰতিনিধিত্ব কৰে আৰু মুছলমান মন্ত্ৰীকেইজন যাতে মুছলমান সকলে বাছি দিয়াৰ অধিকাৰ কংগ্ৰেছে দিয়ে, সেইটো কংগ্ৰেছক জনালে। কংগ্ৰেছে এই প্ৰস্তাৱত সমৰ্থন জনাব নোৱাৰিলে। কিন্তু ইতিপূৰ্বে অৰ্থাৎ ১৯৪৬ চনৰ ৬ জুলাই তাৰিখেই মৌলানা আজাদৰ ঠাইত পণ্ডিত জৱাহৰলাল নেহৰু কংগ্ৰেছ সভাপতি নিৰ্বাচিত হয়।

ইপিনে মুচলিম লীগে বোম্বাইত মিটিং বহি কেবিনেট মিছনৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰি পাকিস্থানৰ দাবী দাঙি ধৰে আৰু ১৯৪৬ চনৰ ১৬ আগষ্ট তাৰিখে পাকিস্থান দাবী দিবস পালন কৰিবলৈ সিদ্ধান্ত কৰে। এই ১৬ আগষ্টৰ পাকিস্থান দাবী দিবস পালন কৰোঁতে কেৱল কলিকতাতেই দাঙ্গা-হাঙ্গামাত প্ৰায় ৫০০০ লোক মৰে আৰু ১৫,০০০ লোক আহত হয়। ইয়াৰ পিচত বিভাজনৰ ভিত্তিত ভাৰত স্বাধীন হয়। নগাওঁবাসীৰ আনন্দৰ সীমা নাই।